# সূচীপত্ৰ

# প্ৰকাশকৰ মন্তব্য

ভগিনী নিবেদিতা এগৰাকী বিদেশিনী যদিও এই দেশখনক নিজৰ বুলিয়ে গ্ৰহণ কৰিছিল আৰু তেওঁৰ মৃত্যুৰ দিনালৈকে অগণন ভাৰতবাসীৰ দুখকষ্ট লাঘব কৰিবলৈ বিৰামহীন ভাবে চেষ্টা কৰিছিল। তেওঁৰ জীৱন হ'ল সাহস আৰু আত্মোৎসৰ্গৰ আলেখ্য—মানৱতাৰ প্ৰতি এক শ্ৰদ্ধাঞ্জলি।

বিশ্ব নাৰী বৰ্ষ উপলক্ষে দেশজুৰি হোৱা উৎসৱৰ এক অংশ হিচাপে এই জীৱনীখন প্ৰকাশ কৰিবলৈ পাই আমি সুখী হৈছোঁ।

## গ্ৰন্থপঞ্জী


১. ছিষ্টাৰ নিবেদিতা অব্ ৰামকৃষ্ণ-বিবেকানন্দ ঃ প্ৰব্ৰজিকা আত্মপ্ৰাণ।
২. নিবেদিতা ঃ মেডেম্ লিজেল্ ৰেমণ্ড্ (ফ্ৰেঞ্চ) ঃ বঙলী অনুবাদ, নাৰায়ণী দেবী।
৩. লোকমাতা নিবেদিতা (বঙালী) ঃ শংকৰী প্ৰসাদ বসু।
৪. দি কম্প্লিট ওৱৰ্কছ অব্ ছিষ্টাৰ নিবেদিতা (চাৰি খণ্ড)।

## ১

# উৎসৰ্গীকৃত প্ৰাণ লৈ জন্মগ্ৰহণ

কেইবা দশকো আগতে এগৰাকী সুদক্ষ ভাষ্যকাৰে লেখিছিল—"যুদ্ধলৈ সদায় গৈ আছোঁ আৰু সদায় আমাৰ পতন ঘটি আছে—বহু দিন ধৰি এইদৰে পৰাজিত হৈ অহা আমাৰ নিচিনা জনগণে আইৰিশ্ব দুঃখবাদী সাহিত্যৰ মাজতহে আত্মাৰ একত্মতা বিচাৰি পাওঁ।" যোৱা দুই পুৰুষ জুৰি আইৰিশ্বসকলৰ স্বাধীনতা যুদ্ধই ভাৰতীয় সকলক যে অনুপ্ৰাণিত কৰি আহিছে তাৰ প্ৰাসংগিকতা হ'ল এই। অনুমান হয় যে মাৰ্গাৰেট ন'বলৰ ভাৰতৰ স্বাধীনতা যুদ্ধত সক্ৰিয় অংশগ্ৰহণ আৰু ভাৰতীয় ঐতিহ্যৰ অন্তৰাত্মাৰ বিলীনিকৃত প্ৰাণৰো প্ৰাসংগিকতা এই একেটাই। তেওঁ যেন ভাৰতৰ প্ৰতি উৎসৰ্গীকৃত প্ৰাণ লৈহে জন্মগ্ৰহণ কৰিছিল। ব্ৰিটিছ শাসনৰ পৰা আয়াৰলেণ্ডক মুক্ত কৰাৰ স্বাধীনতা ৰণত যোগদান কৰিছিল তেওঁৰ পিতৃকুলৰ ককাক-আইতাকে মাতৃকুলৰ ককাকে। জন ন'ব্‌ল নামৰ তেওঁৰ দেউতাকৰ দেউতাক আছিল উত্তৰ আয়াৰ্লেণ্ডৰ ওৱেছলিচান গীৰ্জাৰ এজন ধৰ্মযাজক, কিন্তু সেই কথাই তেওঁৰ নিজৰ দেশৰ স্বাধীনতাৰ বাবে ইংলণ্ডৰ গীৰ্জাৰ বিৰুদ্ধে যুঁজ দিয়া কথাটোত নিৰস্ত কৰিব পৰা নাছিল। চৌদ্ধ শতিকাত ন'ব্‌লসকলে স্কটলেণ্ডৰ পৰা আয়াৰ্লেণ্ডলৈ পৰিব্ৰজন কৰি গুছি আহি তাতে বসবাস কৰিবলৈ লৈছিল। জনে বিয়া কৰাইছিল মাৰ্গাৰেট এলিজাবেথ নিয়েলাছক, কিন্তু মাত্ৰ ৩৫ বছৰ বয়সত তেওঁৰ মৃত্যু হৈছিল। তেওঁলোকৰ চাৰি নম্বৰৰ সন্তান আছিল ছেমুৱেল ৰিচমণ্ড আৰু একপ্ৰকাৰ অনিচ্ছাস্বত্বেও তেওঁ মাকক ব্যৱসায়ৰ কামত সহায় কৰিছিল। তেওঁ মেৰি ইছাবেল হেমিল্টন নামৰ চুবুৰীৰে ছোৱালী এজনী বিয়া কৰাইছিল আৰু ১৮৬৭ চনৰ ২৮ অক্টোবৰ তাৰিখে কাউণ্টি টাইৰণৰ ডুংগাননত তেওঁলোকৰ প্ৰথম সন্তান মাৰ্গাৰেট নামৰ এটি কন্যাৰ জন্ম হয়। কৰ্তৃত্বশীল মহলৰ পৰা জনা মতে কন্যাটিৰ জন্মৰ সময়ত মাকে তাইক ভগৱানৰ কৰ্মলৈ উছৰ্গা কৰিছিল।

ইয়াৰ এবছৰৰ পাছত ছেমুৱেল আৰু মেৰিয়ে তেওঁলোকৰ জীৱনধাৰা সলনি কৰি পঢ়াশুনা আৰু কামকাজতে মনপুতি লগাৰ সিদ্ধান্ত লৈ কেচুঁৱাটিক বুঢ়ীমাকৰ হাতত গতাই তেওঁলোক ইংলণ্ডলৈ বুলি ৰাওনা হৈছিল। তেওঁলোকে কিন্তু মাঞ্চেষ্টাৰতহে বসবাস কৰিবলৈ লৈছিল আৰু ছেমুৱেলে ধৰ্মশাস্ত্ৰ অধ্যয়ন কৰাৰ লগে লগে তেওঁৰ

দেশৰ কাৰখানাৰ বনুৱা আৰু অন্যান্য সকলক অধ্যয়ন ক্লাছত গোট খুৱাইছিল। ধৰ্ম প্ৰচাৰক হিচাপে তেওঁ অতি কষ্ট কৰি জীৱিকাৰ বাবে আয় কৰিব লগা হৈছিল আৰু তেওঁ যেতিয়া মাত্ৰ চৌত্ৰিশ বছৰতে মৃত্যু বৰণ কৰিলে মেৰি তেতিয়া মাৰ্গাৰেট, মেৰি আৰু ৰিচ্‌মণ্ড নামৰ ল'ৰাছোৱালী তিনিটিৰে সৈতে অকলশৰীয়া হৈ পৰিল। তেতিয়া মেৰিয়ে দেউতাক হেমিল্টনৰ ওচৰলৈ গুছি গ'ল। মাৰ্গাৰেটে দেউতাকৰ পৰা ধৰ্মীয় কৰ্মপ্ৰেৰণা লাভ কৰিছিল আৰু দেশৰ স্বাধীনতাৰ যুদ্ধত সক্ৰিয়ভাবে অংশগ্ৰহণ কৰা তেওঁৰ ককাদেউতাকৰ পৰা দেশপ্ৰেমৰ অনুপ্ৰেৰণাৰে উদ্বুদ্ধ হৈছিল।

মাৰ্গাৰেট আৰু মেৰিক তাৰ পিছত হেলিফেক্সলৈ পঢ়িবলৈ পঠোৱা হ'ল। তেওঁলোকে তাত প্ৰথমতে মিছ্ লাৰেট আৰু পিছত মিছ্ কলিনছৰ কঢ়া কিন্তু সযত্ন তত্ত্বাৱধানত থাকিছিল। এই সময়ত খ্ৰিষ্টিয়ান ধৰ্মৰ কেইটামান মৌলিক প্ৰশ্নই মাৰ্গাৰেটৰ মনত খুদুৱনি জগাইছিল আৰু মিছ্ কলিনছৰ স্নেহশীল যত্নত তেওঁ গভীৰভাৱে চিন্তা কৰিবলৈ আৰু প্ৰশ্ন কৰিবলৈ সমৰ্থ হৈছিল। এই হেলিফেক্সত পঢ়ি থকা কালতে মাৰ্গাৰেটৰ সংগীত, কলা আৰু প্ৰাকৃতিক বিজ্ঞানৰ বিষয়ে আগ্ৰহ উপজিছিল। ১৮৮৪ চনত সোতৰ বছৰ বয়সত তেওঁ শিক্ষান্ত পৰীক্ষা পাছ কৰিছিল। ইয়াৰ পাছত তেওঁ প্ৰথমতে কেছউইক আৰু তাৰ অলপ দিনৰ পাছতে ৰেক্সহামত শিক্ষকতা কৰিবলৈ আৰম্ভ কৰিছিল। ৰেক্সহাম আছিল খনি প্ৰধান কেন্দ্ৰ আৰু মাৰ্গাৰেটে শিক্ষকতা কৰাৰ উপৰিও দৰিদ্ৰ খনি বনুৱাসকলৰ মাজত সমাজ কল্যাণৰ কাম কৰিবলৈ ভাল পাইছিল। এই সময়তে তেওঁ ওৱেলছৰ এজন ইঞ্জিয়াৰক লগ পাইছিল আৰু শেষত দুয়ো বিবাহ বন্ধনত আবদ্ধ হোৱাৰ সিদ্ধান্ত লৈছিল। পিছে ভাগ্যৰ সেইটো অনভিপ্ৰেত আছিল, কাৰণ ডেকাজন এক দুৰাৰোগ্য অসুখত মৃত্যু মুখত পৰিল আৰু মাৰ্গাৰেট অকলশৰীয়া হৈ পৰিল। তেওঁ তেতিয়া চেষ্টাৰলৈ গুছি গ'ল। তেওঁৰ ভনীয়েক মেৰি লিভাৰপুলৰ শিক্ষয়িত্ৰী আছিল আৰু ককায়েক ৰিচমণ্ডে তাৰ কলেজ এখনত কাম কৰিছিল। তেওঁলোকৰ মাকে আয়াৰ্লেণ্ড এৰি গুছি আহি তেওঁলোকৰ লগত থাকিবলৈ লৈছিল। মাৰ্গাৰেটেও পৰিয়ালটোৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখি চলিছিল আৰু শিক্ষাৰ নতুন প্ৰকৰণ অধ্যয়ন কৰিবলৈ লৈছিল। এই পদ্ধতিবোৰ আৱিষ্কাৰ কৰিছিল চুইজাৰলেণ্ডৰ শিক্ষা সংস্কাৰক পেষ্টালজ্জি আৰু জাৰ্মানীৰ ফ্ৰয়েবেলে; তেওঁলোকে স্কুলীয়া শিক্ষা আৰম্ভ হোৱাৰ আগতে ল'ৰাছোৱালীবোৰৰ খেলাধূলা, ব্যায়াম, নিৰীক্ষণ, অনুকৰণ আৰু গঠনমূলক কামকাজৰ দ্বাৰা শিক্ষাৰ অনুমোদন কৰিছিল আৰু মাৰ্গাৰেটকো সেইবোৰে আকৃষ্ট কৰিছিল। মিঃ আৰু মিছেছ ল'গিমেন আৰু মিছেছ ডি. লিউৱে তেওঁক ছান্‌ডে ক্লাবৰ লগত যোগাযোগ কৰি দিছিল আৰু তাত তেওঁৰ বক্তৃতা আৰু লেখাই খুব সমাদৰ লাভ কৰিছিল। মিছেছ ডি. লিউৱে তাৰ পাছত তেওঁক লণ্ডনৰ স্কুল এখনত চাকৰি কৰিবলৈ মাতি পঠাইছিল। তেওঁ সেই কাম গ্ৰহণ কৰি মাকক লৈ উইম্বলডনত বসবাস কৰিবলৈ লৈছিল। এই স্কুলত তেওঁ নিৰস পদ্ধতিৰে শিক্ষা নিদি ল'ৰা

ছোৱালীবোৰক খেলা আৰু ব্যায়ামৰ মাধ্যমেৰে শিকিবলৈ দিব লগীয়া হৈছিল। এইদৰে তেওঁ নিজৰ সাংস্কৃতিক কামকাজ চলাই থাকিও চাকৰি জীৱন আনন্দময় কৰি তুলিবলৈ সক্ষম হৈছিল। তেওঁ ভায়েক ৰিচমণ্ডৰ লগত শ্যেকছপীয়েৰৰ বিষয়ে আলোচনা চলাইছিল আৰু এজন কবি আৰু এজন সাংবাদিক—এই দুই বেট্ৰী ভাই ককাইৰ লগতো নানা ধৰণৰ আলোচনা কৰিছিল। তেওঁ অক্টাভিয়াছ বেট্ৰীৰ 'উইম্বলডন্ নিউজ' নামৰ পত্ৰিকাত প্ৰবন্ধ আৰু 'ডেইলি নিউজ' আৰু 'ৰিভিউ অব্ ৰিভিউজ'ত ৰাজনৈতিক প্ৰবন্ধ লেখিছিল। তেওঁ 'ৰিভিউ অব্ ৰিভিউজ'ৰ বহুল প্ৰচাৰিত খ্যাতি থকা সম্পাদক উইলিয়াম ষ্টীডৰ সংস্পৰ্শলৈ আহিছিল। তেওঁ 'ৰিছাৰ্চ' নামৰ বৈজ্ঞানিক আলোচনী এখনতো লেখিছিল। তেওঁ লণ্ডন পায়েই 'মুক্ত আয়াৰ্লেণ্ড'ত যোগদান কৰিছিল। এই 'মুক্ত আয়াৰ্লেণ্ড' আছিল এক বিপ্লৱী আইৰিশ্ব সংস্থা, তেওঁ ইয়াৰ সভাবোৰত বক্তৃতা দিছিল আৰু দক্ষিণ ইংলণ্ডত ইয়াৰ ক্ষুদ্ৰ সংগঠনবোৰ গঢ়ি তুলিছিল। 'পাৰস্পৰিক সাহায্য' নামৰ গ্ৰন্থৰ পৃথিৱী বিখ্যাত গ্ৰন্থকাৰ আৰু সামাজিক বিল্পৱৰ তত্বজ্ঞ পুৰুষ ৰাজকুমাৰ ক্ৰপোটকিন তেতিয়া লণ্ডনত আছিল আৰু এই সংস্থাটো চাবলৈ আহিছিল। মাৰ্গাৰেটে তেওঁৰ লগত নিয়মিত যোগাযোগ ৰাখি চলিছিল আৰু বিপ্লৱৰ কামকাজত তেওঁৰ পৰা নিৰ্দেশ লাভ কৰিছিল। সেই সময়ত ৰাছিয়া উত্তপ্ত হৈ আছিল, কিন্তু ৰাজকুমাৰ ক্ৰপোটকিনে এই কথাটোতে জোৰ দি আছিল যে ৰাছিয়াৰ পৰা শিক্ষা গ্ৰহণ কৰিও প্ৰত্যেক দেশে নিজৰ দেশৰ অৱস্থাৰ পৰিপ্ৰেক্ষিতত আপোন পথ বিচাৰি ল'ব লাগিব। বিপ্লৱৰ উৎপত্তি হ'ব লাগিব এখন দেশৰ ভিতৰৰ পৰা, ই আকাশৰ পৰা সৰি পৰা বস্তু নহয়। মাৰ্গাৰেটে এই পাঠবোৰ গুৰুত্ব সহকাৰে অন্তৰেৰে গ্ৰহণ কৰিছিল।

১৮৯৫ চনৰ শেষৰ পিনে তেওঁ মিছেছ ডি. লিউৰ পৰা বিদায় লৈছিল আৰু নিজাববীয়াকৈ স্কুল এখন খুলি তাৰ নাম দিছিল 'ৰাস্কিন স্কুল'। এই স্কুলখন কেৱল ল'ৰাছোৱালীৰে নাছিল, গৱেষণা কৰিব খোজা শিক্ষাৰ্থীৰো স্কুল আছিল এইখন। এই গৱেষক সকলৰ ভিতৰত এজন আছিল মিঃ এবেনেজাৰ কুক, এওঁ ল'ৰাছোৱালীবোৰৰ বাবে চিত্ৰাঙ্কন কৰিছিল আৰু তেওঁৰ এই কামৰ পাৰদৰ্শিতাৰ বাবে কিছু সুনামো হৈছিল। মাৰ্গাৰেটে তেওঁৰ পৰা চিত্ৰশিল্পৰ পাঠ লৈছিল আৰু তেওঁৰ পৰা এই বিষয়ে পোৱা শিক্ষাই তেওঁৰ পিছৰ জীৱনত শিল্পকলা আৰু শিল্প সমালোচনাৰ উন্নতিৰ বাবে ভাৰতবৰ্ষত যি কাম কৰিছিল তাত সহায় কৰিছিল। কিছুদিনৰ পিছতে তেওঁৰ কামকাজ সাহিত্যৰ দিশলৈও প্ৰসাৰিত হৈছিল। তেওঁ লেডী ৰিপনৰ সংস্পৰ্শলৈ আহিছিল যাৰ গৃহ আছিল সাহিত্য সংস্কৃতি আলোচনাৰ এক কেন্দ্ৰস্থল। মাৰ্গাৰেটে এই কেন্দ্ৰক 'ছিছেম ক্লাব'লৈ উন্নীত কৰিছিল—ই তেতিয়াৰ দিনৰ সাহিত্য কলাৰ অগ্ৰগণ্য মনিষীসকলৰ মিলন কেন্দ্ৰ হৈ পৰিছিল আৰু তালৈ আহিছিল জৰ্জ বাৰ্ণাৰ্ড শ্ব আৰু থমাছ হাক্সলী। এই কালছোৱাত তেওঁ ব্যক্তিগত হতাশাৰ বাবে সান্ত্বনা বিচাৰিছিল। হেলিফেক্সৰ তেওঁৰ পুৰণি শিক্ষয়িত্ৰী মিছ কলিন্সৰ পৰা আৰু প্ৰচুৰ পৰিমাণে সেই সান্ত্বনা পাইছিল। এতিয়া

তেওঁ সমাজৰ সেৱিকা আৰু শিক্ষাদাত্ৰী, সৰ্বশেষ সত্যানুসন্ধান আৰু সাহিত্য আৰু কলাৰ অনুসন্ধানকাৰী হোৱাৰ পথত সম্পূৰ্ণভাৱে প্ৰতিষ্ঠিত হৈছিল। এই সকলোবোৰৰে পূৰ্ণ বিকাশ ঘটিছিল তেওঁৰ পিছৰ জীৱনত। তাৰ পিছতে এনে এটা ঘটনা ঘটিছিল যি তেওঁৰ জীৱনৰ গতিপথ সলনি কৰি দি তেওঁক যথাসময়ত ভাৰতবৰ্ষলৈ যোৱাৰ পথ মুকলি কৰি দিছিল।

## ২

# গুৰুৰ লগত সাক্ষাৎ

১৮৯৫ চনৰ নৱেম্বৰ মাহৰ এটা দিনত মিঃ এবেনেজাৰ কুকে মিছ মাৰ্গাৰেট ন'বলক লেডী ইছাবেল মাৰ্গেছ্নি নামৰ এগৰাকী ভদ্ৰমহিলাৰ ঘৰলৈ এজন হিন্দু যোগীৰ বক্তৃতা শুনিবলৈ লৈ গৈছিল। মিছ ন'বলে ছিছেম ক্লাবৰ মিঃ ষ্টাৰ্ডি, হেনৰিয়েট মুলাৰ আৰু অন্যান্য সভ্যসকলৰ মুখত এই কথা শুনিছিল যে স্বামী বিবেকানন্দ নামৰ যোগীজনে ১৮৯৩ চনত আমেৰিকাৰ চিকাগোত বহা ধৰ্মৰ পৰ্লিয়ামেণ্টত আমেৰিকান সকলক তবধ মনাই বক্তৃতা দি সেই কৃতকাৰ্য ভ্ৰমণৰ পিছত এতিয়া ইংলণ্ডলৈ আহিছে। তেওঁ এতিয়া মিঃ ষ্টাৰ্ডিৰ ঘৰত আছে আৰু ইতিমধ্যেই লণ্ডনত কিছু বক্তৃতা দিছে। মিছ ন'বলে সেই নিমন্ত্ৰণ গ্ৰহণ কৰিছিল। বিভিন্ন জাতিৰ মাজত ভাবৰ আদান-প্ৰদানৰ আৱশ্যকতাৰ বিষয়ে স্বামীয়ে যি পোন্ধৰ যোল জনীয়া মানুহৰ আগত বক্তৃতা দিছিল তাৰে এজন আছিল মাৰ্গৰেট ন'বল। ইয়াৰ দহ বছৰৰ পাছত ভগিনী নিবেদিতাই-নামেৰে তেওঁ পিছত পৰিচিত হৈছিল—'মোৰ দৃষ্টিত গুৰু' (The Master As I Saw Him) নামৰ কিতাপত লেখিছিল যে স্বামীয়ে 'সমগ্ৰ বিশ্বৰ লগত ভগৱানৰ একাত্মতা—য'ত বিভিন্ন ইন্দ্ৰিয় গ্ৰাহ্য অনুভূতিৰ প্ৰকাশ স্বত্বেও এক সৰ্বময় কৰ্তাৰে বিভিন্ন প্ৰকাৰৰ ক্ৰিয়াকাণ্ডৰে প্ৰকাশ ঘটিছে তেনে প্ৰাচ্য ধৰ্মৰ কথা লৈ তেওঁ বক্তৃতা দিছিল; তাৰ পাছত তেওঁ গীতাৰ পৰা উদ্ধৃতি দি তাৰ অনুবাদ কৰিছিল এনে ধৰণে—'সূতাত যেনেকৈ মুকুতা গাঁথা হয়, এই সমস্ত বোৰো 'মোৰ' লগত গঁথা হৈছে।'

আকৌ "তেওঁ আমাক কৈছিল যে খ্ৰিষ্টিয়ান ধৰ্মৰ দৰে হিন্দু ধৰ্মতো প্ৰেমক আটাইতকৈ উচ্চ ধৰ্মীয় আবেগ বুলি মান্য কৰা হয়।'

'তেওঁ আমাক আৰু এটা কথা কৈছিল—যি কথাটোৱে মোৰ ওপৰত খুব প্ৰভাৱ পেলাইছিল আৰু গোটেই জাৰকালিটোৱে নতুন ধাৰাত কথাবোৰ চিন্তা কৰাইছিল—যে শৰীৰ আৰু মন দুয়োটাই আত্মা নামৰ এটা তৃতীয় সত্তাৰ দ্বাৰা চালিত আৰু প্ৰভাৱিত হয় বুলি হিন্দু ধৰ্মই ভাবে।"

তেওঁ আৰু কৈছিল যে স্বামীজীয়ে সেই বক্তৃতাত "আত্মাৰ মুক্তিৰ স্বাধীনতাৰ আদৰ্শৰ" কথাও কৈছিল 'যি আদৰ্শৰ লগত ব্যক্তিৰ আদৰ্শ মানৱসেৱাৰ পশ্চিমীয়া

দৰ্শনৰ লগত দেখাত অমিল আছিল।” তেওঁ কোৱা কথাৰ সংগতিহীনতায়ো মাৰ্গাৰেটৰ মনত সন্দেহ ওপজাইছিল, কাৰণ তেওঁ এই কথাও কৈছিল যে মানৱ সেৱাই হ'ল তেওঁৰ সমগ্ৰ আশাভৰষাৰ স্থল। দৰাচলতে স্বামী বিবেকানন্দই সদায়ে তেওঁৰ পশ্চিমীয়া শ্ৰোতাবৃন্দৰ বুদ্ধিমত্তাৰ সংঘৰ্ষলৈ অহাৰ চেষ্টা কৰি থাকিছিল। মাৰ্গাৰেটে অনুভৱ কৰিছিল তেওঁ যেন স্বামীজীৰ লগত এটা বুজাবুজিলৈ আহিব ধৰিছিল। গতিকে লণ্ডনত তেওঁৰ সেই প্ৰথম ভ্ৰমণত মাৰ্গাৰেটে তেওঁৰ আৰু দুটা বক্তৃতালৈ গৈছিল। তেওঁ পিছত “মোৰ দৃষ্টিত স্বামীজী” নামৰ কিতাপখনত লেখাৰ দৰে স্বামীজীৰ এনে ধৰণৰ কথা—‘সাধাৰণতে দাবী কৰাৰ দৰে কোনো ধৰ্মই সঁচা নহ'লেও, প্ৰকৃত অৰ্থত কিন্তু সকলোবোৰেই সমান ধৰণে সচাঁ গ্ৰহণ কৰিবলৈ টান পোৱা নাছিল। “নৈৰ্ব্যক্তিক ঈশ্বৰক ইন্দ্ৰিয়ৰ কুঁৱলীজালৰ মাজেৰে দেখাৰ ফলত ব্যক্তিগত হৈ পৰে”—তেওঁৰ এনে ধৰণৰ কথায়ো মাৰ্গাৰেটক স্পৰ্শ কৰিছিল আৰু বিস্ময়াভিভূত কৰি তুলিছিল। স্বামীজীৰ এনে ধৰণৰ কথাও “কোনো এক কৰ্মৰ অন্তৰালত থকা ভাৱাদৰ্শটো কৰ্মটোতকৈও অধিক শক্তিশালী” তেওঁ স্বৰ্তসাপেক্ষে গ্ৰহণ কৰি লৈছিল। কিন্তু তেতিয়াও তেওঁ স্বামীজীৰ সমগ্ৰ চিন্তাধাৰা গ্ৰহণ কৰা নাছিল। কিন্তু মাৰ্গাৰেটে তেওঁৰ চৰিত্ৰ আৰু তেওঁৰ বিশ্বাস আৰু প্ৰচাৰ বহিৰ্ভূত ঠাইতো সত্যানুসন্ধান কৰিবলৈ সাজু থকা কথাটোত ইমান মুগ্ধ হৈছিল যে তেওঁ সেইবাৰ ইংলণ্ড এৰি যোৱাৰ সময়ত ‘স্বামীজী” বুলি মাতিবলৈ আৰম্ভ কৰি দিছিল। স্বামীজীয়ে নিজেই এই কথা স্পষ্টকৈ বুজাই দিছিল যে তেওঁক লগ পাবলৈ বহুদূৰ পথ যাব লাগিব। ‘কাকো এই কথা লৈ খেদ কৰিবলৈ নিদিবা যে তেওঁলোকে সহজে পতিয়ন যাব নোৱাৰে। মই মোৰ গুৰুৰ (ৰামকৃষ্ণ পৰমহংস) লগত সুদীৰ্ঘ ছয় বছৰ তৰ্ক কৰিছিলোঁ আৰু তাৰ ফলত মই সেই পথৰ প্ৰত্যেকটো ইঞ্চিকেই জানিছিলোঁ। প্ৰত্যেকটো ইঞ্চি!” তেওঁ কাৰো ওপৰত মনস্তাত্বিক প্ৰভাৱ পেলাব নুখুজিছিল। যুক্তি, বুজাবুজি, উপলব্ধি—তেওঁ বিশ্বাস শব্দটোত আপত্তি কৰিছিল—এইবোৰেই আছিল সত্যত উপনীত হোৱা তেওঁৰ পথ। কিন্তু ভগিনী নিবেদিতাই তেওঁৰ গুৰুৰ সম্পৰ্কে লিখা কিতাপত এই কথা স্বীকাৰ কৰিছে যে তেওঁৰ মনৰ খিৰিকীখন খ্ৰিষ্টিয়ান ধৰ্মৰ বাহিৰে অইন দিশতো খোল খাইছে, খ্ৰিষ্টিয়ান ধৰ্মই তেওঁক এতিয়া আৰু সম্পূৰ্ণ সন্তুষ্ট কৰিব পৰা নাই। তেওঁ গম পাইছিল যে তেওঁ এতিয়া নতুন চিন্তাৰ ধ্যান ধাৰণাৰ লগত পৰিচিত হৈছে আৰু সেইবোৰৰ ভাৱাদৰ্শ আৰু গতিপ্ৰকৃতি তেওঁৰ বাবে নতুন যেন লাগিছে। এইবোৰ কথাৰ চিত্ৰ স্বামীজীয়ে আঁকিছিল আৰু ইয়াৰ এখন চিত্ৰৰ লগত মৰুভূমিৰ মৰিচীকাৰ তুলনা কৰিছিল—“পোন্ধৰ দিন জুৰি তেওঁ এই চিত্ৰ দেখি আছিল আৰু ইয়াক পানী বুলিয়ে ভাবি আছিল। কিন্তু এতিয়া তেওঁ তৃষ্ণাতুৰ আৰু এই চিত্ৰ অসত্য বুলি জানিও আৰু পোন্ধৰ দিন জুৰি একেখন চিত্ৰকে দেখি থাকিব পাৰে। কিন্তু ইয়াৰ পিছত তেওঁ সদায় জানি থাকিব যে এই চিত্ৰ অসত্য।” মাৰ্গাৰেটে অনুভৱ কৰিছিল যে এনেকুৱা ধাৰণা শিক্ষাপ্ৰদ। তেওঁ

এই কথাতো অতিশয় মুগ্ধ হৈছিল যে স্বামীজীয়ে জানৰ কোনো বাগাড়ম্বৰ নকৰিছিল, ক্ষুদ্ৰ আৰু সাধাৰণক ওপৰলৈ উঠোৱাৰ কোনো ভণ্ডামী নেদেখুৱাইছিল, কিন্তু সকলোৰে ভিতৰত নিহিত হৈ থকা মহৎ আৰু উৎকৃষ্ট সত্তাৰ প্ৰতি অতি সহজ সৰল ভাষাত আবেদন কৰিছিল আৰু এনেকৈয়ে তেওঁলোকক সত্যৰ দৰ্শন কৰাইছিল।

১৮৯৬ চনত তেওঁ লণ্ডনলৈ আহি এই ভ্ৰমণৰ মাজে মাজে কেতবোৰ য়ুৰোপীয় দেশত বক্তৃতা দি ফুৰাৰ পাছত ডিচেম্বৰ মাহত তেওঁ যেতিয়া ভাৰতলৈ উভতি গৈছিল, মাৰ্গাৰেটে তেওঁৰ পৰা আৰু অধিক শিক্ষা মনেৰে গ্ৰহণ কৰি পেলাইছিল। তেওঁৰ সম্বন্ধে লেখা কিতাপখনত মাৰ্গাৰেট লেখিছে যে তেওঁ কোনো বিশেষ ধৰণৰ ধৰ্ম প্ৰচাৰ নকৰিছিল, কেৱল সকলো বিশ্বাসৰ মূলতে নিহিত হৈ থকা দৰ্শনৰ হে ব্যাখ্যা কৰিছিল আৰু এনে কৰিবলৈ গৈ তেওঁ বেদ, উপনিষদ আৰ ভাগৱত গীতাৰ সহায় লৈছিল। তেওঁ অস্তিত্বৰ বস্তুবাদী দৰ্শনক স্বাগতম জনাইছিল এই কাৰণেহে যে এই অস্তিত্ব হ'ল এজন পুৰুষ, যদিও তেওঁ নিজে ইয়াক ভগৱান আখ্যা দিছিল। তেওঁ মায়াক ভ্ৰান্তি বুলি নকৈ কুঁৱলী বুলিহে কৈছিল যি কুঁৱলীৰে আমি বাস্তৱক আচ্ছাদন কৰি ৰখাতে অভ্যস্ত 'কাৰণ আমি অনৰ্থক কথা কওঁ, কাৰণ আমি ইন্দ্ৰিয় গ্ৰাহ্য বস্তুতে সন্তুষ্ট, কাৰণ আমি লালসাৰ পাছে পাছে দৌৰো। স্বামী বিবেকানন্দই কৈছিল—"প্ৰকৃত মায়া বুলি জানাহঁক, আৰু এই মায়াৰ শাসনকৰ্ত্তা মনটোকে স্বয়ং ভগৱান বুলি জানাহঁক। তেওঁ আৰু কৈছিল—"একেবাৰে শেষৰ পৰ্য্যায়ৰ অগ্ৰগতিত বেদান্তৰ মায়া হ'ল ঘটনাৱাজিৰ এক সৰল বিবৃতি—আমি কি আৰু আমাৰ চাৰিওদিশে আমি কি দেখি আছোঁ। ইয়াক নেওচি ওলাই যাব পৰাটোৱেই হ'ল স্বাধীনতা—মুক্তি। মানুহে প্ৰকৃতিৰ দাসত্ব কৰিব নালাগে—"প্ৰকৃতিৰ বাবে আত্মা নহয়, আত্মাৰ বাবেহে প্ৰকৃতি"—। স্বামী বিবেকানন্দই বেদান্তৰ ওপৰত নিৰ্ভৰ কৰিছিল।

এইদৰেই মাৰ্গাৰেট ন'বলে উপলব্ধি কৰিছিল যে "আমি ইন্দ্ৰিয়ৰ মাধ্যমেৰে দেখা বিশ্বকে মায়া শব্দটোৱে নুবুজায়, মায়া মানে হ'ল যন্ত্ৰণাময়, ভ্ৰান্তিকৰ আৰু স্ব-বিৰোধী জ্ঞান।" তেওঁ আকৌ বিবেকানন্দৰে উদ্ধৃতি দিছিল—"ই হ'ল ঘটনাৱাজিৰ এক বিবৃতিহে, কোনো তত্ত্ব নহয়। এই সত্য হ'ল এয়ে যে বিশ্বখন তেন্তেলাচৰ এক নৰকহে, আমি এই বিশ্বৰ সম্পৰ্কে একোকে নেজানো। আমাৰ প্ৰত্যেকৰে ভাগ্য হ'ল আধা টোপনি, আধা জাগৰণৰ মাজেৰে এক সপোন ৰাজ্যত বিচৰণ কৰা, সমগ্ৰ জীৱন এক ধোঁৱাময় অৱস্থাৰ মাজেৰে কটাই দিয়া। এয়েই হ'ল বিশ্ব-ব্ৰহ্মাণ্ড।" সেইবাবে মাৰ্গাৰেট ন'বলে এই সিদ্ধান্তত উপনীত হৈছিল—"গতিকে মায়াৰ অৰ্থ হ'ল ঢিমিক ঢামাককৈ জ্বলি থকা, অৰ্দ্ধ সত্য, অৰ্দ্ধ অসত্য জটিলতা যাৰ কোনো নিবৃত্তি নাই, কোনো সৰ্বশেষ নিশ্চয়তা নাই, য'ত কোনো আশ্ৰয় নাই, কোনো তৃপ্তি নাই আৰু যাৰ অস্তিত্ব বোধগম্য হয় ইন্দ্ৰিয়ৰ মাধ্যমেৰে আৰু ইন্দ্ৰিয়ৰ ওপৰত নিৰ্ভৰশীল মনৰ মাজেৰে। আকৌ (পুনৰ তেওঁ বিবেকানন্দৰে উদ্ধৃতি দিছিল) এই কথাও লগতে সত্য যে 'এই সকলোবোৰৰ

মাজতে যি বিৰাজমান তেওঁৱে হ'ল ভগৱান।' এই দুটা মতবাদ ওচৰা ওচৰিকৈ সজাই ললেই স্বামী বিবেকানন্দই পশ্চিমত কি হিন্দু ধৰ্মৰ দৰ্শন উপস্থাপন কৰিছিল তাক জনা যাব।" মাৰ্গাৰেটে স্বামীজীৰ দৰ্শন ত্যাগৰ দৰ্শন বুলি বুজি পাইছিল ঃ কঠোৰ কৃচ্ছসাধন আৰু যি স্বাচ্ছন্দ্যই মানুহক মায়াৰ পৰা ক্ষুদ্ৰ স্বাৰ্থলৈ লৈ যায় সেই স্বাচ্ছন্দ্যৰ পৰিহাৰ। এনে ভাগ্যৰ আন এক নাম হ'ল জয় আৰু মাৰ্গাৰেটে পৰিশ্ৰম আৰু আৰাম বিসৰ্জনৰ দ্বাৰা বাষ্পচালিত ইঞ্জিন আৱিষ্কাৰ কৰা ষ্টিফেনছনৰ উদাহৰণৰ দ্বাৰা এই তত্ত্ব ব্যাখ্যা কৰিছিল। বিবেকানন্দইও এইদৰে চৰিত্ৰ গুণক সকলোতকৈ ওপৰত স্থান দিছিল আৰু নাগৰিকক অসততাক বাধা প্ৰদান আৰু সন্ন্যাসীক বাধা প্ৰদান নকৰিবলৈ উপদেশ আগবঢ়াইছিল। অহং প্ৰবৃত্তিক অবাস্তৱ আৰু বহুতক বাস্তৱ বুলি মান্য কৰা বৌদ্ধ দৰ্শন আৰু একককক বাস্তৱ আৰু বহুতক অবাস্তৱ বুলি মান্য কৰা হিন্দু দৰ্শনৰ মাজৰ পাৰ্থক্যই মূৰ ডাঙি উঠিছিল। বিবেকানন্দই এই সমস্যাৰ সমাধান কৰিছিল এনে ধৰণৰ ব্যাখ্যাৰে— একেটা মনে বিভিন্ন সময়ত আৰু বিভিন্ন দৃষ্টিকোণেৰে দেখা একক আৰু বহুত হ'ল একেবিধ বাস্তৱবাদ। প্ৰকৃততে স্বামীজীয়ে বাস্তৱবাদৰ গভীৰলৈ প্ৰবেশ কৰি আত্মাক তাৰ সমস্ত গৌৰৱ আৰু শক্তিৰে বাহিৰলৈ উলিয়াই আনিছিল। তেওঁ ঘোষণা কৰিছিল যে প্ৰকৃতি হ'ল আত্মাৰ বাবে, আত্মা প্ৰকৃতিৰ বাবে নহয়। গতিকে তেওঁৰ চাৰিওফালৰ সকলোকে কৈছিল যে যিখন পৃথিৱী দুখত জ্বলি আছে সেই পৃথিৱীক যেন তেওঁলোকে প্ৰেমেৰে সেৱা কৰে। সজ্ঞানে ত্যাগৰ মহিমা গ্ৰহণ কৰিহে মানুহে উন্নতি কৰিব পাৰে আৰ এই ত্যাগে মানুহৰ দেহক আধ্যাত্মিক কৰি তুলিব পাৰে। এই সত্যক উপলব্ধি কৰাত মাৰ্গাৰেটৰ কিছু সময় লাগিছিল, কিন্তু এই সত্যই ইতিমধ্যে তেওঁৰ মনত ভুমুকি মাৰিছিলেই। প্ৰেমৰ অৰ্থ হ'ল সম্পূৰ্ণ প্ৰশান্তি আৰু যি কোনো খেদেই ইয়াৰ পৰা মনক আঁতৰাই লৈ যায়। নিজৰ আৰু আনৰ মাজত কৰা যি কোনো প্ৰভেদেই হ'ল ঘৃণা। এই কথা গ্ৰহণযোগ্য হ'লেও, আনৰ প্ৰতি ভাল কিবা কৰাই যে শেষ কথা নহয়, বুদ্ধিদীপ্ত জ্ঞানেই হ'ল আধ্যাত্মিকতাবাদ আৰু ইয়াৰ পাছত প্ৰশ্ন ওঠে শাৰীৰিক আৰু আৰ্থিক সহায়ৰ এই ধৰণৰ কথাবোৰ গ্ৰহণ কৰিবলৈ অলপ সময় লাগিছিল। আকৌ, পাশ্চাত্যই পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু স্বাস্থ্যবিজ্ঞানৰ প্ৰয়োজনীয়তা বিচাৰিলেও বা প্ৰাচ্যৰ সাধু সকলে সৌন্দৰ্য ভাল পালেও সৰ্বোচ্চ আধত্মবাদে পৃথিবীক সহ্য কৰিব নোৱাৰিছিল। পাশ্চাত্যৰ সন্ন্যাসবাদে নিয়মানুবৰ্ত্তিতা আৰু সংঘবদ্ধতা বিচাৰিলেও প্ৰাচ্যৰ গেৰুৱা বসন আৰু দাৰিদ্ৰ্যও অপ্ৰাসংগিক নহয়। আকৌ, প্ৰাচ্যৰ সন্ন্যাসবাদত এনে দৃষ্টান্তও আছে যেতিয়া ভগৱান বা মানৱৰ সেৱা কাৰ্যৰ হকে মানুহে সকলো বন্ধন আৰু সম্পৰ্ক ছিন্ন কৰি ওলাই আহিছে। স্বামী বিবেকানন্দ কিন্তু সদায় নৈৰ্ব্যক্তিক নাছিল। কেতিয়াবা এনে মুহূৰ্তও আহিছিল যেতিয়া তেওঁ নিজৰ গুৰু ৰামকৃষ্ণ পৰমহংস আৰু তেওঁৰ পত্নীৰ কথা কৈছিল—যি পত্নীয়ে ৰামকৃষ্ণক সম্পূৰ্ণ স্বাধীনতা দিছিল। তেওঁ কৈছিল যে তেওঁৰ নিজৰ দেশত নাৰীৰ শিক্ষাক লৈ কিছু আঁচনি আছে আৰু মাৰ্গাৰেটে সেই

বিষয়ত তেওঁক সহায় কৰিব পাৰিব। মাৰ্গাৰেটৰ জীৱনৰ ৰূপদানৰ বাবে যি আহ্বান আহিব লাগে বিবেকানন্দৰ এই কথা যেন তাৰ প্ৰথম সংকেত স্বৰূপ আছিল। মাৰ্গাৰেটে লণ্ডনক সুন্দৰ কৰি তোলাৰ প্ৰয়োজনীয়তাৰ কথা কৈছিল আৰু তেতিয়া তেওঁক স্বামীজীয়ে সকিয়াই দিছিল—তেনে কামৰ বাবে পৃথিৱীৰ আনবোৰ চহৰে কি দাম দিবলগীয়া হৈছে। সেই কথাই তেওঁক মানুহৰ দৃষ্টিকোণৰ পৰা কথাবোৰ বিচাৰ কৰি চাবলৈ শিক্ষা দিছিল। মাৰ্গাৰেটে তেওঁক সহায় কৰাৰ আগ্ৰহ প্ৰকাশ কৰোঁতে স্বামীজীয়ে তেওঁৰ নিজৰ জনগণৰ প্ৰতি থকা অংগীকাৰৰ কথা কৈছিল আৰু তেওঁৰ সেই কৰ্তব্যত যিয়ে সহায় কৰে তাৰ প্ৰতি যে তেওঁ সদায় সঙ্গীত্ব আগবঢ়াব সেই কথাও কৈছিল। তেওঁ ভাৰতীয়ই হওক অভাৰতীয়ই হওক সকলো শিষ্যকে একে চকুৰে চাইছিল। এই কালছোৱাত স্বামী বিবেকানন্দ যেন এক ঐতিহাসিক আদৰ্শ কৰ্ম সমাধা কৰিবলৈ সম্পূৰ্ণ সাজু হৈছিল। আনহাতে মাৰ্গাৰেট ন'বলৰো প্ৰাথমিক প্ৰস্তুতি সমাধা হোৱাৰ পাছত আৰ্দশৰ লক্ষ্যও স্থিৰ কৰা হৈ গৈছিল। কিন্তু সম্পূৰ্ণ ভাৱে জপিয়াই পৰাৰ সময় এতিয়াও অহা নাছিল।

স্বামী বিবেকানন্দ ভাৰতলৈ উভতি যোৱাৰ পাছত লণ্ডনৰ বেদান্ত কেন্দ্ৰটোৰ ভাৰ লৈছিল মাৰ্গাৰেট আৰু মিঃ স্টাৰ্ডিয়ে। স্বামী বিবেকানন্দই ইতিমধ্যে ভাৰতীয় সংস্কৃতিৰ গুণগান কৰা সকলৰ লগত আলোচনা কৰিবলৈ স্বামী অভেদানন্দক পঠাই দিছিল। বিবেকানন্দই নিজ দেশত পোৱা বিপুল আদৰণিৰ কথা শুনি সকলোৱে বৰ আনন্দ লভিছিল। বিবেকানন্দই ৰামকৃষ্ণৰ শিষ্যসকলৰ কামকাজ নতুনকৈ সংগঠিত কৰাৰ বাবে চেষ্টা কৰিছিল। ছয়জন য়ুৰোপীয় শিষ্য তেওঁৰ লগত ভাৰতবৰ্ষলৈ গৈছিল। স্বামীজীয়ে তেওঁৰ লগৰ সন্ন্যাসীসকলৰ লগত সেই সকলৰ পৰিচয় কৰাই দি হিন্দু গোঁড়ামীৰ বন্ধন ছিন্ন কৰিছিল। জাতি ভেদ আৰু জাতি সংঘৰ্ষৰ দেশ ভাৰতৰ সকলোৰে মাজত এক সুদৃঢ় ঐক্য গঢ়ি তোলাই তেওঁৰ অভিপ্ৰায় আছিল। সেই উদ্দেশ্য আগত লৈয়ে তেওঁ লগৰীয়া সন্ন্যাসী সকলক মঠত সংঘবদ্ধ কৰিছিল। ধনৰ অভাৱৰ বাবে এই কামটো প্ৰথমতে চুৰ্চুৰিয়াকৈ আৰম্ভ কৰা হৈছিল। মিঃ ষ্টাৰ্ডিয়ে অলপ বৰঙনি পঠাই দিছিল। মাৰ্গাৰেট মঠ আৰু পশ্চিমৰ সহানুভূতিসম্পন্ন লোকসকলৰ মাজত মধ্যস্থতাকাৰী ব্যক্তি আছিল আৰু ধন সংগ্ৰহৰ বাবেও তেওঁ কাম কৰি গৈছিল। স্বামী বিবেকানন্দই ৰামকৃষ্ণ মিশ্যন গঢ়ি তুলিছিল যাতে তেওঁ মঠৰ কামকাজ জনহিতকৰ কামত পৰ্যবসিত কৰিব পাৰে। কিন্তু নিজৰ ধৰ্মীয় উন্নতি একক জীৱন যাত্ৰা আৰু তীৰ্থযাত্ৰা লৈ ব্যস্ত থকা সন্ন্যাসী সকলৰ এই কামৰ প্ৰতি মন ঘূৰোৱাটো সহজ কথা নাছিল যাৰ ফলত তেওঁলোকে জনহিতকৰ কামত আত্মোৎসৰ্গ কৰিব লাগিব। স্বামীজীয়ে শ্ৰীৰামকৃষ্ণৰ অ-সন্ন্যাসী অনুগামী আৰু সাধু সকলৰ মাজত এক কাৰ্যকৰী আৰু স্থায়ী সম্পৰ্ক গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল। অ-সন্ন্যাসীসকলে মিশ্যনৰ ৰাজহুৱা কামকাজ চলাত সহায় কৰিব। এই সম্পৰ্কীয় কথা বতৰা লৈ স্বামীজীয়ে নিয়মিতভাৱে মাৰ্গাৰেটৰ

লগত যোগাযোগ ৰাখি চলিছিল। তেওঁ মঠৰ কামকাজৰ খা-খবৰ লৈ আছিল আৰু কেতিয়া তেওঁলোকে মহিলাৰ শিক্ষাৰ বাবে স্কুল খোঁলে তাৰ সপোন দেখি আছিল। কিন্তু ১৮৯৭ চনৰ ২৩ জুলাইতো বিবেকানন্দই তেওঁক এই কথাহে জনাইছিল যে তেওঁৰ বাবে দুখীয়া ভাৰতবৰ্ষৰ বাবে কৰিব লগীয়া কাম এতিয়াও ইংলণ্ডতে পৰি আছে। গতিকে মাৰ্গাৰেটে ভাৰতবৰ্ষলৈ যাব খোজা কথাটো সাময়িক ভাবে বন্ধ হৈ গ'ল যদিও পাছত তেওঁ স্বামীজীকে জনালে যে সেৱা কৰ্মৰ যোগেদি নিজকে কেনেকৈ পৰিপূৰ্ণ কৰি তুলিব পাৰি তাকে শিকিবলৈ তেওঁ ভাৰতবৰ্ষলৈ আহিব খোজে। স্বামীজীয়ে অৱশেষত এই চিঠিখনক মাৰ্গাৰেটৰ দাতাৰ ভূমিকা অন্ত পৰা আৰু শিকাৰুৰ ভূমিকা আৰম্ভ হোৱাৰ চিন হিচাপে গ্ৰহণ কৰিলে। তেওঁ অহং ভাৱ সম্পূৰ্ণৰূপে পৰিত্যাগ কৰিছে আৰু এতিয়া তেওঁৰ আগমনৰ সময় হৈছে। স্বামীজীয়ে এখন অতি মৰ্মস্পৰ্শী চিঠিত তেওঁক জনাইছিল যে তেওঁ এক বিদেশী আৰু অসুবিধাজনক পৰিবেশত কুসংস্কাৰ, দাৰিদ্ৰ্য আৰু দাসত্বসুলভ মনোভাৱৰ মাজত থাকিব লাগিব। তাৰোপৰি চৰম বিধৰ জলবায়ুতো তেওঁ থাকিব লাগিব। স্বামীজীয়ে তেওঁক এইদৰে জপিয়াই পৰাৰ আগতে গুৰুত্ব সহকাৰে ভাবি চাবলৈ উপদেশ দিছিল, অৱশ্যে লগতে এই কথাও কৈছিল যে তেওঁ যি সিদ্ধান্তকে নলওক কিয় স্বামীজীয়ে তেওঁক সৰ্বতোপ্ৰকাৰে সাহায্য কৰিব। ইয়াৰ পিছৰ চিঠিখনত স্বামীজীয়ে নেতা এজনৰ আদৰ্শৰ বিষয়ে লেখিছিল যি কেৱল প্ৰেমৰ দ্বাৰাহে কোনো ব্যক্তিগত স্বাৰ্থবুদ্ধিৰ দ্বাৰা নহয়—নিজকে পৰিচালিত কৰে। মাৰ্গাৰেটে এই চিঠিবোৰ লৈ খুব ভবা চিন্তা কৰিছিল আৰু নিজৰ কৰ্ম পথৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল। মাকক তেওঁৰ আগন্তুক বিদায়ৰ কথা জনোৱাটো কষ্টসাধ্য কাম আছিল, কিন্তু মাকে ইতিমধ্যেই জীয়েকৰ মনোভাৱৰ বুজ পাইছিল আৰু প্ৰাৰ্থনাৰ মাধ্যমেৰে নিজকে এই কথা মনাইছিল। প্ৰস্তুতি পৰ্বৰ বাবে মাৰ্গাৰেটৰ কেইটামান মাহ লাগিছিল আৰ ৰাস্কিন স্কুলৰ ভাৰ ভনীয়েক মেৰীক গতাই, বন্ধু নীল হেমণ্ড অক্টাভিয়াছ বেট্ৰীৰ পৰা বিদায় লৈ এক বৰষুণ বতৰৰ দিনত তেওঁক আগবঢ়াই থ'বলৈ অহা মাক, ভনীয়েক, ভায়েক, অক্টাভিয়াছ বেট্ৰী আৰু এবনেজাৰ কুকক বিদায় জনাই জাহাজত উঠিছিল। ভাগ্যই তেওঁক ভাৰতবৰ্ষলৈ হাত বাউলি দি মাতিছিল।

৩

# গুৰুৰ লগত

মাৰ্গাৰেট ন'বলক মাদ্ৰাজত বিবেকানন্দৰ ষ্টেনোগ্ৰাফাৰ শিষ্য মিঃ গড্ডইনে আদৰণি জনাইছিল। ১৮৯৮ চনৰ ১৮ জানুৱাৰী তাৰিখে মাৰ্গাৰেটক কলিকতাত অতি উদ্দীপনাৰে যিসকল লোকে অভ্যৰ্থনা জনাইছিল তাৰ ভিতৰত এজন আছিল স্বয়ং স্বামী বিবেকানন্দ। তেওঁক পাৰ্কষ্ট্ৰীটৰ ৰামকৃষ্ণ গোষ্ঠীৰ কেইজনমান বন্ধুৰ লগত ৰখা হৈছিল। তাৰ পিছৰ দিনাই স্বামীজীয়ে তেওঁক বঙালী শিকাবলৈ এজন সাধুক পঠিয়াই দিছিল। মিছেছ্ ছাৰা বুল আৰু মিছ্ মেকলয়েড নামৰ বিবেকানন্দৰ দুগৰাকী আমেৰিকান বন্ধু বেলুৰত এটা মঠ আৰু এটা মন্দিৰ নিৰ্মানৰ উপলক্ষে কলিকতালৈ আহিছিল। সেই উপলক্ষে তাত ইতিমধ্যেই মাটি কিনি থোৱা হৈছিল। তেওঁলোক দুগৰাকীয়ে গোটেই খৰছটো বহন কৰিছিল। মিছ্ বুল আৰু মিছ্ মেকলয়েড তাৰে এটা পুৰণি ঘৰত থাকিবলৈ গৈছিল আৰু স্বামীজীৰ পৰা মাৰ্গাৰেটৰ আগমনৰ কথা গম পাই তেওঁলোকৰ লগত থাকিবলৈ মাতিছিল। ভাৰতবৰ্ষৰ লগত নিজকে খাপ খুৱাই ল'বলৈ দৃঢ় প্ৰতিজ্ঞ হোৱা মাৰ্গাৰেট তেওঁলোকৰ লগত থাকিবলৈ আহিছিল। স্বামীজীয়ে প্ৰায়ে গৈ তেওঁলোকক দেখা কৰিছিল আৰু নানা আলোচনা কৰিছিল। এতিয়া তেওঁ কেবাজনো ব্ৰহ্মচাৰীক সমাজৰ কামত ব্ৰতী কৰা আৰ 'ৰামকৃষ্ণ অৰ্ডাৰ'ৰ পৰা জাতি আৰু ধৰ্মৰ প্ৰভেদ আঁতৰোৱা—এই দুয়োবিধ কৰ্মতে নিযুক্ত হৈ আছিল। সন্ন্যাসৰ সাৰ্বজনীন ধাৰণা বা সাধুৰ জীৱন হ'ল কেৱল মাত্ৰ ব্যক্তিগত মোহ মুক্তিৰ সাধনা—এনে ভাবৰ পৰা প্ৰথম কাৰ্যটোৱে আঁতৰি অহাটোকে সূচাইছিল। দ্বিতীয়টো আছিল প্ৰচলিত কঠোৰ সাধনাত ব্ৰতী হোৱাৰ গোঁড়ামীৰ বিৰুদ্ধে। শ্ৰীশ্ৰীৰামকৃষ্ণৰ জন্ম বাৰ্ষিকীৰ দিনা সেই বছৰটোত বেলুৰত মঠ আৰু ৰামকৃষ্ণ মিশ্যনৰ লৌকিক প্ৰতিষ্ঠা আছিল সমাজৰ জাতি ধৰ্ম নিৰ্বিশেষে সকলোৰে এক উৎসৱৰ দিন। তাৰ এবছৰৰ পাছত স্বামীজীয়ে মাৰ্গাৰেটক ব্ৰহ্মচৰ্যত দীক্ষা দিছিল আৰ এইদৰে ৰামকৃষ্ণৰ প্ৰতিষ্ঠানত পোন প্ৰথমবাৰৰ বাবে এগৰাকী বিদেশীক সুমুৱা হৈছিল। তেওঁক নিবেদিতা নামেৰে নতুনকৈ নামকৰনো কৰা হৈছিল। অৱশে ব্যক্তিগত অৰ্থত তেনে আত্মোৎসৰ্গৰ অৱস্থা মনৰ অবিৰত সংগ্ৰাম বিনে সম্ভৱপৰ নহৈছিল। স্বামীজীয়ে এই কথাটোতে গুৰুত্ব আৰোপ কৰিছিল যে মাৰ্গাৰেটে নিজৰ ব্যক্তিত্ব বিসৰ্জন নিদিয়াকৈ

হিন্দু জীৱন ধাৰা মনেপ্ৰাণে গ্ৰহণ কৰিব লাগিব! কিন্তু সেই কামটো ইমান সহজসাধ্য নাছিল। স্বামীজীয়ে তেওঁক কৈছিল যে তেওঁ ভাৰতবৰ্ষলৈ আহি স্ত্ৰীশিক্ষাৰ কামত লাগিব,আৰু মাৰ্গাৰেটে সেই উদ্দেশ্য আগত ৰাখিয়ে আহিছিল। স্বামীজীয়ে তেওঁক কাম আৰম্ভ কৰিবলৈ দিয়াত যথেষ্ট সময় লোৱা বাবে তেওঁ অধৈৰ্য হৈ পৰিছিল। প্ৰকৃততে স্বামীয়ে তেওঁক ভাৰতীয় আত্মোৎসৰ্গৰ আদৰ্শৰে কাম কৰাৰ বাবে নিজকে সাজু কৰি ল'বলৈহে তেনেদৰে নিজৰ মুখামুখি হৈ থাকিবলৈ এৰি দিছিল। মাৰ্গাৰেট ন'বল নিবেদিতালৈ ৰূপান্তৰিত হোৱাৰ খেলিমেলি অথচ উদ্দীপ্ত অৱস্থাৰ মাজতে স্বামীজীয়ে এই ইঙ্গিত দিছিল যে তেওঁৰ স্ত্ৰীশিক্ষাৰ বাবে কাম কৰাৰ সময় প্ৰায় সমাগত। ইয়াৰ চাৰিদিন পাছত নিবেদিতাক বঙালী শিকোৱা ব্ৰহ্মচাৰীজনক সন্ন্যাসত দীক্ষা দিয়া হৈছিল আৰু তেওঁক স্বামী স্বৰূপানন্দ নাম দিয়া হৈছিল। এওঁৰ মানুহৰ দুখযন্ত্ৰণাক লৈ মনত যি গভীৰ সহানুভূতিবোধ আছে সি মাৰ্গাৰেটক খুব অভিভূত কৰি তুলিছিল। প্ৰকৃততে এওঁৰ পৰাই মাৰ্গাৰেটে ধ্যানৰ শিক্ষা লাভ কৰিছিল। কাৰণ তেওঁ সেই পৰ্যন্ত স্বামী বিবেকানন্দই বিচৰা বিষয়টোত নিজেকে সম্পূৰ্ণ খাপ খুৱাই ল'ব পৰা নাছিল। এনেকি তেওঁ দীক্ষা লোৱাৰ পাছতো স্বামীজীৰ এটা প্ৰশ্নৰ উত্তৰত কৈছিল যে তেওঁ ব্ৰিটিছ জাতিৰ মানুহ। সেই কথাটোৰে বুজাইছিল যে তেওঁ এতিয়াও নিজকে এই দেশৰ সত্তাৰ লগত সাঙোৰ খুৱাই ল'ব পৰা নাই। তথাপিও তেওঁ সেই পৰম অভিপ্ৰেত একান্তভাবে লীণ হৈ যাব পৰা অৱস্থাটোৰ পিনে ক্ৰমে আগবাঢ়ি যাব পাৰিছিল। স্বামী বিবেকানন্দই কলিকতাৰ ষ্টাৰ থিয়েটাৰত তেওঁৰ হতুৱাই এটা বক্তৃতা দিয়াইছিল। উপলক্ষ্যটো আছিল বেলুৰত মঠ আৰু ৰামকৃষ্ণ মিশ্যনৰ প্ৰতিষ্ঠা। তেওঁৰ বক্তৃতাত ভাৰতীয় আধ্যাত্মিক ঐতিহ্যৰ গভীৰ উপলব্ধি ফুটি ওলাইছিল আৰু সেই বক্তৃতাই খুব সমাদৰ লাভ কৰিছিল। স্বামীয়ে সেই সভাত ভাৰতৰ উন্নতিৰ, জগতৰ আগত নিজৰ বৈশিষ্ট্য অটুট ৰাখিও নিজকে প্ৰকাশ কৰাৰ আৱশ্যকতা আৰু লগতে ভাৰতীয় জনগণৰ মঙ্গলৰ বাবে পশ্চিমীয়া বিজ্ঞানৰ শিক্ষা আৰু ব্যৱহাৰৰ গুৰুত্বৰ বিষয়ে কৈছিল। এইদৰেই তেওঁ নিবেদিতাক ভাৰতীয় জনগণৰ লগত পৰিচয় কৰি দিছিল। তেওঁৰ জীৱনৰ আৰু এক স্মৰণীয় ঘটনা আছিল ৰামকৃষ্ণ পৰমহংসৰ ধৰ্মী পত্নী সাৰদা দেৱীৰ লগত সাক্ষাৎকাৰ যাক তেওঁ প্ৰথম বাৰ মিছ বুল আৰু মিছ মেকলয়ডৰ দ্বাৰা পৰিবেষ্টিত হৈ অহা লগ পাইছিল। সেই সময়ত কেইগৰাকীমান বিদেশী মহিলাই শ্ৰীশ্ৰী মাক লগ পোৱাটো এক অত্যাশ্চৰ্য ঘটনা আছিল, কিন্তু তেওঁ সেই মহিলা কেইগৰাকীক আদৰ সাদৰ কৰিয়ে অভ্যৰ্থনা জনাইছিল। ৰামকৃষ্ণৰ লগত বহুত দিনৰ ঘনিষ্ঠতা থকা আৰু ৰামকৃষ্ণই মা বুলি মতা 'গোপালৰ মা' বোলা মহিলা এগৰাকী তেওঁলোকৰ লগত বেলুৰলৈ সঙ্গিনী হৈছিল। এইদৰেই নিবেদিতাই হিন্দু সমাজ আৰু 'ৰামকৃষ্ণ ভাতৃত্ব'ৰ সতে পৰিচিত হৈছিল।

কিন্তু তেতিয়াও তেওঁৰ সম্পূৰ্ণ আধ্যাত্মিক একাত্মতা লাভ হোৱা নাছিল। সেই

প্ৰক্ৰিয়া স্বামী বিবেকানন্দৰ লগত অমৰনাথ আৰু উত্তৰ ভাৰতৰ অন্যান্য তীৰ্থবোৰলৈ যাত্ৰাৰ পথত চলিয়েই আছিল। 'মোৰ দৃষ্টিত গুৰু' নামৰ কিতাপখনত নিবেদিতাই স্বামীৰ ঐশ্বৰিক উদ্দীপনাৰে ভৰা, তেওঁৰ ওপৰত গভীৰ প্ৰভাৱ পেলোৱা অভিজ্ঞতাবোৰৰ কথা কৈছিল। নাইনিতালত খুব কম সময়ৰ বাবে থকা স্বামী বিবেকানন্দই স্বামী তুৰিয়ানন্দ, নিৰঞ্জানন্দ, সদানন্দ, স্বৰূপানন্দ আৰু মিছেছ বুল, মিছ মেকলয়ড, মিছেছ পেটাৰছন নামৰ আমেৰিকান উপদেষ্টাৰ ঘৈণীয়েক আৰু নিবেদিতাকে ধৰি দলটোক লৈ আলমোৰা পাইছিলগৈ আৰু তাত মিঃ আৰু মিছেছ ছেভিয়াৰ্ছৰ লগত থাকিছিল। এই সময়েছোৱা নিবেদিতাৰ বাবে গভীৰ মানসিক হেঁচাৰ দিন আছিল, কাৰণ তেওঁক বুজিবলৈ দিয়া হৈছিল যে ভাৰতৰ লগত সম্পূৰ্ণ একাত্ম হোৱাৰ পৰা তেওঁ এতিয়াও বহুত আঁতৰত আছে। এই মানসিক হেঁচা প্ৰকৃততে ইমানেই বেচি আছিল যে মিছেছ বুলে মাজতে হস্তক্ষেপ কৰিবলৈ বাধ্য হৈছিল আৰু স্বামী বিবেকানন্দয়ো শান্তিৰ উপায় বিচাৰিবলৈ কিছুদিনৰ বাবে এই প্ৰক্ৰিয়া উঠাই লোৱাৰ তেওঁৰ অভিপ্ৰায় ব্যক্ত কৰিছিল। তেওঁৰ সেই বিশেষ ঘোষণাই নিবেদিতাক তেওঁৰ ইচ্ছাৰ ওচৰত সমৰ্পন কৰাইছিল। প্ৰকৃততে স্বামীজীয়ে এক শান্তিৰ পৰিবেশলৈ ঘূৰি গৈছিল। অথচ অমৰনাথলৈ স্বামীৰ লগত তীৰ্থযাত্ৰাৰ সময়তে নিবেদিতাৰ হিন্দু জীৱন ধাৰাৰ লগত মিলি যোৱা প্ৰক্ৰিয়াটো সম্পূৰ্ণ হৈ গৈছিল। তেওঁ স্বামীৰ শিৱৰ পৰা 'মা'লৈ হোৱা ভক্তিৰ পৰিবৰ্তিত ৰূপ নিজে দেখা পাইছিল, যে স্বামীৰ সেই আত্মোৎসৰ্গ ইমান সম্পূৰ্ণ হৈছিল যে তেওঁ বিশ্বাস কৰিছিল তেওঁৰ নিজৰ কোনো ক্ষমতা নাই, সকলো 'মা'ৰ ইচ্ছাতহে হয়; মুঠতে তেওঁ বিশ্বৰ সাৰ্বজনীন ইচ্ছাশক্তিৰ লগত নিজকে সম্পূৰ্ণ ভাবে বিলীন কৰি দিব পাৰিছিল। এই সকলোবোৰৰ প্ৰভাৱ নিবেদিতাৰ ওপৰত অপৰিসীম আছিল। কাশ্মীৰৰ এটা ঘটনাই মাৰ্গাৰেটৰ মনত বৰ বেজাৰ দিছিল—কাশ্মীৰৰ মহাৰাজাই স্বামীক এডোখৰ মাটি দান কৰিব খোজাত তাৰ ব্ৰিটিছ ৰেছিডেণ্টে বাধা প্ৰদান কৰিছিল। বিবেকানন্দই এই মাটিত এটা মঠ আৰু এটা সংস্কৃত কলেজ সাজিব খুজিছিল। এই ঘটনাই নিবেদিতাক ব্ৰিটিছ শাসনৰ প্ৰকৃত ৰূপ উদঙাই দেখুৱাইছিল। স্বামীজীয়ে তেওঁতকৈ আগতেই গৈ পোৱা কলিকতালৈ তেওঁ ১৮৯৮ চনৰ এক নৱেম্বৰ তাৰিখে উভতি গৈছিল। ইয়াৰ পাছত তেওঁ নিজকে হিন্দু আচাৰ-ব্যৱহাৰৰ লগতো খাপ খুৱাই লৈছিল যাৰ দ্বাৰা তেওঁ কেৱল আগতেই সদয় লাভ কৰি অহা সাৰদামণিৰে যে কেৱল প্ৰশংসাধন্য হৈছিল এনে নহয়, অন্যান্য গোঁড়া হিন্দু মহিলা সকলৰো তেওঁ আদৰণীয় হৈ উঠিছিল। এই মহিলা সকলৰ বেচিভাগেই আছিল সাৰদামণিৰ লগত বাস কৰা বৃদ্ধা বিধবাৰ দল। অৱশেষত নিবেদিতাৰ উদ্দেশ্যৰ সফলতা পূৰ্ণ কৰি তেওঁৰ কাম কৰাৰ সময় আহি পৰিছিল। তেওঁ স্বামীজীৰ অনুপ্ৰেৰণা পাই যিসকল মানুহৰ মাজত কাম কৰিব লাগিব তেওঁলোকৰ স্বভাৱ আৰু মনৰ গঠনৰ অধ্যয়ন কৰিছিল, কাৰণ তেওঁৰ শিক্ষা পদ্ধতি প্ৰস্তুত কৰিব লাগিব সেই সকলৰ স্বভাৱ আৰু মনৰ গঠন অনুযায়ী। বাগবাজাৰৰ

বলৰাম বসুৰ ঘৰত এই স্কুলৰ ভিত্তি স্থাপন সম্পৰ্কে আলোচনা কৰিবলৈ কেবাখনো সভা অনুষ্ঠিত কৰা হৈছিল। স্বামীজীয়ে নিজেই স্কুলৰ ছাত্ৰ সংগ্ৰহ কৰি দেছিল। ১৩ নৱেম্বৰ ৰবিবাৰৰ দিনা ১৬, বোসপাৰা লেন'ত মায়ে স্কুলৰ উদ্বোধনী কৰিছিল। ওচৰ পাজৰৰ কেইজনীমান ছোৱালী নিবেদিতাৰ প্ৰথম ছাত্ৰী আছিল আৰু তাৰ পাছৰে পৰা সেই ছাত্ৰীসকল আৰু তেওঁলোকৰ মাকসকল তেওঁৰ লগত সম্পূৰ্ণ মৰমৰ বান্ধোনৰে সাঙোৰ খাই পৰিছিল। ভগিনী নিবেদিতাই তেওঁৰ স্কুলত চিলাই, মাটিৰ কাম আৰু চিত্ৰাংকনো শিকাইছিল। যদিও স্কুলখনেই তেওঁৰ কৰ্মৰ প্ৰধান অংশ বুলি ধৰি লৈছিল তথাপিও তেওঁ জনসমাজত বক্তৃতা দিয়াকে আৰম্ভ কৰি চাৰিও দিশত তেওঁৰ কৰ্মৰ পৰিসৰ বিয়পাইছিল। ৯ ডিচেম্বৰৰ দিনা বেলুৰ মঠত ৰামকৃষ্ণৰ চিত্ৰ প্ৰতিষ্ঠা কৰাৰ পাছত মঠৰ কামকাজ সংঘবদ্ধভাবে আৰম্ভ হৈছিল। নিবেদিতাই উদ্ভিদ বিজ্ঞান, ড্ৰইং, শৰীৰবিদ্যা আৰু চিলাই শিক্ষা ব্ৰহ্মচাৰী আৰু নতুন শিক্ষাৰ্থীসকলক দিছিল। তাৰোপৰি তেওঁ মিশ্যনৰ সাপ্তাহিক সভাবোৰত বক্তৃতা দিছিল, ব্ৰাহ্ম সমাজত শিক্ষা বিষয়ৰ ওপৰত কৈছিল আৰ শিক্ষকৰ প্ৰশিক্ষণৰ শিবিৰ এটাও খুলিছিল। সেই প্ৰশিক্ষণৰ শিবিৰত অনেক সম্ভ্ৰান্ত মহিলাই যোগদান কৰিছিল। তেওঁ এখন আমেৰিকান মিছনাৰী স্কুলত বুৰঞ্জীও পঢ়ুৱাইছিল। ১৮৯৯ চনত 'কালী' সম্পৰ্কীয় যি বক্তৃতাটো তেওঁ এলবাৰ্ট হলত দিছিল সি বিতৰ্কমূলক বুলি পৰিগণিত হৈছিল। ড: মহেন্দ্ৰলাল সৰকাৰ নামৰ সেই যুগৰ এজন বিখ্যাত বৈজ্ঞানিক আৰু ডাক্তৰ—যি সেই সভাত উপস্থিত আছিল—তেওঁ প্ৰশ্ন কৰিছিল যে নিবেদিতাহঁতে যি কুসংস্কাৰ আতৰাবৰ বাবে যুঁজি আছে এতিয়া আকৌ সেই একে ধৰণৰে কথা কালী উপাসনাৰ সপক্ষে কিয় বক্তৃতা দিছে। সভাত উপস্থিত থকা এজন ভদ্ৰলোকে গাৰ জোৰেৰে সেই কথাৰ উত্তৰ দিছিল আৰু তাৰপাছত তাত হুলস্থূল লাগি গৈছিল। সি যি কি নহওক নিবেদিতাক কালীঘাটৰ কালী মন্দিৰত ভাষণ দিবলৈ নিমন্ত্ৰণ জনোৱা হৈছিল। তাত বক্তৃতা দিয়াৰ আগতে তেওঁ 'যুৱ ভাৰত আন্দোলন' সম্পৰ্কে মিনাৰ্ভা থিয়েটাৰত এটা উদ্দীপ্ত ভাষণ দিছিল। স্বামীজী আৰু অন্যান্য সন্ন্যাসী সকল সেই সভাত উপস্থিত আছিল। কালীঘাটত দিয়া কালীৰ বৈশিষ্ট্য সম্পৰ্কীয় নিবেদিতাৰ বক্তৃতাটো বৰ প্ৰাঞ্জল আছিল। তেওঁ এলবাৰ্ট হলত উত্থাপিত হোৱা সকলোবোৰ অভিযোগকে খণ্ডন কৰিছিল আৰু কালীৰ মাতৃৰূপ আৰু সংহাৰকাৰী ৰূপৰ ব্যাখ্যা আগবঢ়াইছিল। 'মা কালী' (Kali the Mother) নামৰ পিছত প্ৰকাশ পাবলগীয়া কিতাপখনৰ ই আছিল ভূমিকা। কিন্তু তেওঁ এই কামকাজবোৰকে লৈ সন্তুষ্ট থাকিব পৰা নাছিল। ১৮৯৯ চনত প্লেগ মহামাৰী আৰম্ভ হওঁতে তেওঁ জনগণৰ দুখ যন্ত্ৰণা লাঘব কৰিবলৈ যি কাম কৰিছিল তাৰ বাবে তেওঁ সকলো সমসাময়িক বন্ধুবান্ধবৰ প্ৰশংসা ভাজন হৈছিল। এই সকলৰ ভিতৰত এজন আছিল কলিকতাৰ আৰ. জি. কৰ আৰু তেওঁ নিজৰ ব্যক্তিগত অভিজ্ঞতাৰ সহায়ত নিবেদিতাই সাহসী আৰু স্বাৰ্থহীন মনোভাবেৰে প্লেগৰ বলি ৰোগীসকলৰ প্ৰতি কৰা

সেৱাৰ মনোভাৱৰ কথা বিশদভাবে বৰ্ণাইছিল।

ইতিমধ্যে স্বামীজীৰ নিৰ্দেশনাত নিবেদিতাই আপোন বুলি গ্ৰহণ কৰা দেশখনৰ লগত ক্ৰমে বেচিকৈ সাঙোৰ খাই পৰিছিল। স্বামীৰ সক্ৰিয় সন্ন্যাসৰ জীৱন ধাৰাই তেওঁক ইমান অনুপ্ৰাণিত কৰিছিল যে তেওঁ নিজেও সেই জীৱন সম্পূৰ্ণভাবে গ্ৰহণ কৰাৰ আগ্ৰহ প্ৰকাশ কৰিছিল আৰু ফলত তেওঁক ২৫ মাৰ্চৰ দিনা এগৰাকী নৈষ্ঠিক ব্ৰহ্মচাৰিণী হিচাপে অভিষেক কৰা হৈছিল অৰ্থাৎ নিবেদিতা বিবেকানন্দৰ সন্ন্যাস ধৰ্মৰ গোঁড়া সন্ন্যাসীবোৰৰ লগৰে এগৰাকী খাঁটি ব্ৰহ্মচাৰিণী হৈ পৰিল। নিবেদিতাই সকলো শ্ৰেণীৰ মানুহৰ লগতে মিলিছিল আৰু স্বামীজীয়ে তেওঁক সম্পূৰ্ণ স্বাধীনতা দিলেও সম্পূৰ্ণভাবে হিন্দু আচাৰ প্ৰণালী গ্ৰহণ কৰাটো বিচাৰিছিল। কিন্তু তেওঁ নিজেও বিদেশীৰ বিৰুদ্ধে থকা সকলো ধৰণৰ সংস্কাৰৰ প্ৰাচীৰ ভঙা কাৰ্যত সক্ৰিয় ভাবে লাগিছিল আৰু নিবেদিতাক হিন্দু সমাজৰ দ্বাৰা গ্ৰহণ কৰোৱাইছিল। সাধাৰণতে এই সংস্কাৰ কেন্দ্ৰীভূত হয় খোৱা-লোৱাৰ ক্ষেত্ৰত, গতিকে বিবেকানন্দই এই কথালৈ লক্ষ্য ৰাখি চলিছিল যাতে তেওঁৰ সতে সংশ্লিষ্ট লোক সকলে নিবেদিতাৰ পৰা আহাৰ্য গ্ৰহণ কৰে। নিবেদিতাই নিজেও এই কথা লিপিৱদ্ধ কৰি গৈছে যে মা সাৰদামনিয়েও তেওঁক হিন্দু সমাজত একীভূত কৰাত সক্ৰিয় চেষ্টা কৰিছিল। কিন্তু স্বামী বিবেকানন্দই তেওঁক সম্পূৰ্ণ সন্ন্যাসিনী হৈ পৰিব দিয়া নাছিল। তেওঁ অৱশ্যে নিবেদিতাৰ স্ত্ৰী শিক্ষাৰ কামক উচ্চ প্ৰশংসা কৰিছিল। কিন্তু পুঁজিৰ অভাৱতে সেই কাম কাজ ব্যহত হৈছিল। তাৰোপৰি এই শিক্ষাৰ স্থায়ীত্বত বাধা দিছিল ছাত্ৰী সকলে। তাৰ ফলাফল লাভ কৰাৰ আগতেই তেওঁলোকৰ বিয়া হৈ যোৱা বাবে। আন এক অসুবিধা আছিল স্ত্ৰী কৰ্মীৰ অভাৱ। এটা কথাও দেখা গৈছিল যে একমাত্ৰ বিধবা সকলৰ ক্ষেত্ৰতহে একনিষ্ঠ কৰ্মী পোৱা সম্ভৱ হৈছিল, গতিকে তেওঁলোকৰ বাসৰ আৰু প্ৰশিক্ষণৰ বাবে এক মহিলা নিবাসৰ আৱশ্যক হৈছিল। পৰিশেষত নিবেদিতাৰ অতি দুখৰ কাৰণ ঘটাই স্কুলটো বন্ধ কৰি দিব লগীয়া হৈছিল।

স্বামী বিকেকানন্দই পশ্চিমৰ দেশবোৰলৈ যোৱাৰ কথা চিন্তা কৰি আছিল আৰু তেওঁৰ সেই ভ্ৰমণৰ সংগী হোৱাৰ কথা আছিল স্বামী তুৰীয়ানন্দ। নিবেদিতাও এক বক্তৃতাৰ আঁচনি লৈ আমেৰিকালৈ যোৱাৰ কথা আছিল। তেনে আঁচনিৰ ফলত তেওঁৰ অৰ্থ সংগৃহীত হ'ব; তাৰোপৰি স্বামী বিবেকানন্দই তেওঁক য়ুৰোপ আৰ আমেৰিকাৰ দেশবোৰত একো একোটা সংগঠন গঢ়ি তুলিবলৈ কৈছিল য'ৰ সভ্য সকলে মাহিলী এটা সৰু অনুদান আগবঢ়াব। ১৮৯৯ চনৰ ২০ তাৰিখটো তেওঁলোকৰ যাত্ৰাৰ দিন ধাৰ্য কৰা হৈছিল। ১৮ জুনৰ ৰাতিপুৱাটো নিবেদিতা 'মা'ৰ লগত কটাইছিল আৰু সন্ধিয়া বেলাটো বেলুৰ মঠত তেওঁৰ অভ্যৰ্থনাৰ বাবে আয়োজন কৰা চাহ মেলত অতিবাহিত কৰিছিল। তাৰ পাছত তেওঁ দক্ষিণেশ্বৰৰ মন্দিৰলৈ গৈ প্ৰাৰ্থনা আৰু ধ্যানত ঘণ্টাৰ পাছত ঘণ্টা কটাই দিছিল। পিছত ঘৰলৈ উভতি তেওঁ প্ৰবল বৰষুণৰ সন্মুখীন হৈছিল, কিন্তু তেওঁ যি সংশয় আৰু হতাশাত ভুগিছিল, এইবাৰ সেইবোৰ আঁতৰি মন শান্তিৰে

পৰিপূৰ্ণ হৈ উঠিছিল। জুন মাহৰ ২০ তাৰিখৰ দিনা ৰাতিপুৱা মা সাৰদামণিয়ে স্বামীজী আৰু সন্ন্যাসী সকলক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ জনাইছিল আৰু স্বামী বিবেকানন্দ, স্বামী তুৰীয়ানন্দ আৰু ভগিনী নিবেদিতাক বিদায় জনোৱা লোকসকলৰ মাজত তেঁৱো এগৰাকী আছিল। ২০ তাৰিখৰ দিনা সন্ধিয়া তেওঁলোকে পশ্চিমগামী জাহাজত উঠিছিল।

৪

# আত্মোপলব্ধি

নিবেদিতাক নিজৰ জীৱন পথত প্ৰতিষ্ঠিত কৰিবলৈ বাহিৰলৈ যোৱা সেই ঘটনা যেন ভাগ্য অভিপ্ৰেতহে আছিল। তেওঁ নিজে অৱশ্যে এক মুহূৰ্তৰ বাবেও স্বামী বিবেকানন্দৰ পথ নিৰ্দেশনৰ বাহিৰত থকা বুলি ভবা নাছিল, কিন্তু তেওঁ নিজেই নিবেদিতাক নিজ মতানুযায়ী কাম কৰিবলৈ এৰি দিছিল আৰু নিজে বেচিকৈ জড়িত থাকিবলৈ অনিচ্ছা প্ৰকাশ কৰিছিল। ইয়াৰ এটা কাৰণ আছিল ক্ৰমে পৰি অহা তেওঁৰ স্বাস্থ্য যাৰ বাবে তেওঁৰ পাৰ্থিব কোনো কথালৈ আগ্ৰহ নোহোৱা হৈ আহিছিল আৰু সেয়ে তেওঁ ক্ৰমে বেচিকৈ 'মা'ৰ ওচৰত আশ্ৰয় প্ৰত্যাশী হৈছিল। ভগিনী নিবেদিতাই এই কথাটো বৰ পছন্দ নকৰিছিল, পিছে এই অপছন্দই তেওঁৰ আঁতৰি যাব খোজা কথাটো বেচিহে বঢ়াই তুলিছিল। সি যি কি নহওক, লণ্ডনলৈ যোৱা যাত্ৰাত নিবেদিতাৰ প্ৰতি স্বামীজী সদায় মনোযোগী হৈ থাকিছিল। তেওঁ নিবেদিতাক হিন্দু ধৰ্মৰ বিশাসবোৰৰ কথা, হিন্দু সন্তবোৰৰ কথা আৰু অন্যান্য মনিষীসকলৰ কথা কৈছিল। ইয়াৰ ফলত তেওঁৰ যে হিন্দু জীৱন আৰু চিন্তাধাৰাৰ মৰ্মমূললৈ প্ৰবেশ কৰাই হৈছিল এনে নহয়, পিছত তেওঁ যিবোৰ কিতাপ লেখিছিল সেইবোৰৰ বিষয়বস্তুৰ বাবে নানা ধ্যান ধাৰণাৰে অনুপ্ৰাণিত হ'বও পাৰিছিল। তেওঁ কামৰ মাধ্যমেৰে স্বামীজীৰ বাণী জনগণৰ মাজত প্ৰচাৰ কৰাটো নিজৰ দায়িত্ব বুলি গণ্য কৰিছিল।

জুলাইৰ ৩১ তাৰিখে তেওঁলোক লণ্ডনত উপস্থিত হৈছিল। তেওঁলোকক আদৰণি জনোৱা লোকসকলৰ ভিতৰত আছিল মিছ্ ক্ৰিষ্টিন গ্ৰীনষ্টিডেল আৰু মিছেছ ফাংকে আৰু তেওঁলোক সেই উদ্দেশ্য লৈ সুদূৰ আমেৰিকাৰ পৰা আহিছিল। পিছত গ্ৰীনষ্টিডেল আমেৰিকাৰ পৰা ভাৰতবৰ্ষলৈ আহি নিবেদিতাক তেওঁৰ কামত সহায় কৰিছিল। এইবাৰ স্বামীজী সদলবলে নিবেদিতাৰ পৰিয়ালৰ লগত আছিল, তেওঁলোকে স্বামীজীক বৰ আদৰ কৰি ৰাখিছিল। বিশেষকৈ নিবেদিতাৰ ভায়েক ৰিচমণ্ড তেওঁৰ বিশেষ অনুৰাগী আছিল। কিন্তু লণ্ডনৰ এই ভ্ৰমণে তেওঁলোকলৈ কিছু নিৰাশাও কঢ়িয়াই আনিছিল, কাৰণ স্বামীজীৰ ঘনিষ্ঠ সহকৰ্মী, লণ্ডনৰ প্ৰাচীন গোষ্ঠীটোৰ অন্যতম মিঃ ষ্টাৰ্ডিয়ে তেওঁক এৰা দিছিল। স্বামীজী ১৬ আগষ্ট তাৰিখে আমেৰিকালৈ গুছি গৈছিল, কিন্তু

নিবেদিতাই ভণীয়েকৰ বিয়ালৈ থাকি গৈছিল। 'ৰিজলি মেনৰ' নামৰ ঘৰৰ গৃহস্থ গৃহস্থনী মিঃ আৰু মিছেছ্ লেগেটৰ লগত থকা স্বামীজীক ছেপ্তেম্বৰ মাহত আমেৰিকা গৈ পোৱা নিবেদিতাই লগ ধৰিছিল। সেই ঘৰটো পুৰণি চা-চিনাকী লোকৰ দেখা সাক্ষাতেৰে আনন্দময় হৈ উঠিছিল, কিন্তু নিবেদিতা কাম কৰিবলৈ উদ্বিগ্ন হৈ উঠিছিল। তেওঁ নিৰ্জনতাৰ প্ৰয়াসী হৈ উঠিছিল, গাউনৰ দৰে সাধাৰণ দীঘল পোছাক এটা পিন্ধাৰ ইচ্ছা প্ৰকাশ কৰিছিল আৰু 'শান্তি' নামৰ এটা কবিতা উপহাৰ দিয়া স্বামীজীৰ পৰা তেওঁ আশীৰ্বাদ লাভ কৰিছিল। নিবেদিতাই সেই ঘৰৰ পৰা গৈ কম্পাউণ্ডৰ ভিতৰৰ আন এটা বাহিৰা ঘৰত গৈ থাকিবলৈ লৈছিল 'মা কালী' (Kali the Mother) নাম কিতাপখন তাতে শেষ কৰিছিল। তেওঁ 'গৃহস্থসকলৰ প্ৰভু' বিৰেশ্বৰৰ নামত কিতাপখন উছৰ্গা কৰিছিল। সেই কালছোৱাতে স্বামীজীয়ে তেওঁক 'নিষ্কাম কৰ্মযোগ'ৰ সাধনাৰ কথাৰে মনত ছাপ বহুৱাইছিল। সি আছিল এক কঠিন পাঠ। স্বামীজীয়ে তেওঁৰ আগত শিৱৰ ধাৰণা উপস্থাপন কৰিছিল যি শিৱৰ কাম আছিল কঠোৰ কৰ্মীৰ সৃষ্টি কৰা; স্বামীজীয়ে উপলব্ধিৰ সৰ্বোচ্চ শিখৰত আৰোহন কৰা সন্ত শুকৰ আদৰ্শৰ কথাও কৈছিল। নিবেদিতাৰ কৰ্তব্য বৰ সহজ বিধৰ নাছিল, কাৰণ তেওঁ যে কেৱল ভাৰতবৰ্ষত কৰিবলগীয়া কামৰ বাবে অৰ্থ সংগ্ৰহহে কৰিব লগীয়া হৈছিল এনে নহয়, আমেৰিকাৰ জনগণক ভাৰতীয় নাৰীত্বৰ সতে পৰিচিত কৰি দিব লগীয়াও হৈছিল। স্বামীজীয়ে বহুত বছৰৰ আগতে কৰা কাম চলাই নিয়াই তেওঁৰ নীতি আছিল। স্বামীজী নিউইয়ৰ্কলৈ আৰু নিবেদিতা চিকাগোলৈ গৈছিল। তাত তেওঁৰ প্ৰথম কাৰ্যটো আছিল প্ৰাথমিক স্কুল এখনৰ ল'ৰাছোৱালীবোৰক ভাৰতবৰ্ষৰ বিষয়ে কোৱাটো। তেওঁ শিশু খ্ৰীষ্ট আৰু পুৰাণৰ ধ্ৰুৱ, প্ৰহ্লাদ আৰু গোপালৰ কথা কৈছিল। এই দৰে তেওঁৰ শ্ৰোতাৰ পৰিচিত শিশু খ্ৰীষ্টৰ লগতে তেওঁলোকৰ আগত ভাৰতীয় ধৰ্মশাস্ত্ৰৰ শিশু চৰিত্ৰও তুলি ধৰিছিল। তেওঁ সেই শিশুবোৰক ভাৰতৰ ভূগোলৰো শিক্ষা দিছিল। ইয়াৰ পাছত তেওঁ মিছনাৰী সকলৰ সমষ্টি এটাত 'ভাৰতীয় নাৰীৰ অৱস্থা' আৰু তেওঁ থকা ঘৰটোত 'ভাৰতবৰ্ষত ধৰ্মীয় জীৱন'ৰ ওপৰত বক্তৃতা দিছিল। তেওঁৰ আন এটা বক্তৃতাৰ বিষয়বস্তু আছিল 'ভাৰতৰ প্ৰাচীন কৃষ্টি' আৰু সেই অৰ্থে দান বৰঙনি সংগ্ৰহ কৰাৰ কথাও আছিল। স্বামী বিবেকানন্দ চিকাগো আহি পাইছিল আৰু নিবেদিতাক এই বক্তৃতাটো প্ৰস্তুত কৰাত সহায় কৰিছিল। তেওঁ জৰ্জ হেলৰ লগত আছিল। এই বক্তৃতাটো খুব সফল হৈছিল আৰু তেওঁৰ পঞ্চাছ্ ডলাৰ সংগৃহীত হৈছিল। ইয়াৰ উপৰিও তেওঁ বহুতো ঘৰুৱা বৈঠক আৰু আলোচনাত যোগ দিব লগা আছিল আৰু মাজে মাজে তেওঁক বিশেষ উদ্দেশ্য লৈ আৰু আক্ৰমণসূচক ভংগীৰে প্ৰশ্নও কৰা হৈছিল। তেওঁ আবেগপূৰ্ণ স্বভাৱৰ মহিলা হোৱা বাবে এই কথাবোৰে তেওঁক প্ৰায়ে হতাশ কৰি তুলিছিল। বিবেকানন্দই উপদেশ আৰু ব্যক্তিগত আৰ্হিৰে তেওঁৰ মনত সাহস আৰু ধৈৰ্যৰ ভাৱ সুমুৱাই দিছিল। তেওঁ নিজেও নানা পৰীক্ষা আৰু অসুবিধাৰ সন্মুখীন হ'ব লগা

হৈছিল। তেওঁ অনুভৱ কৰিছিল যে তেওঁৰ কৰণীয় কাম বৃহৎ অথচ তেওঁ আৰু বেচিদিন জীয়াই নাথাকে। আমেৰিকাত আৰু ভাৰতবৰ্ষত কামকাজ চলাবলৈ ধনৰ প্ৰয়োজন ইয়াত পূৰ্ণ হ'ব পৰা নাছিল। নিবেদিতায়ো নিজৰ কাম সহজ পোৱা নাছিল। তেওঁৰ উদ্দেশ্য আছিল নানা ঠাইত হিন্দু দৰ্শনৰ নানা কেন্দ্ৰ খোলা আৰু অৰ্থ সংগ্ৰহ কৰা। জৰ্জ হেলৰ কন্যা মেৰী হেলক তেওঁ ডেট্ৰয়টৰ কমিটিৰ সচিব হ'বলৈ অনুৰোধ কৰিছিল কিন্তু তেওঁ মান্তি হোৱা নাছিল। এই অভিজ্ঞতাবোৰে নিবেদিতাক বুজাই দিছিল যে তেওঁ নিজেই সকলো কৰিব লাগিব, সকলো দায়িত্ব কান্ধ পাতি ল'ব লাগিব আৰু নিজকে তেওঁৰ গুৰু বিবেকানন্দৰ বাণী বহনকাৰী এগৰাকী শিষ্যা মাত্ৰ বুলি ধৰি থাকিলেই নচলিব। তেওঁ মিছ মেকলয়ডৰ ওচৰতে সান্ত্বনা বিচাৰি পাইছিল; মিছ মেকলয়ডে এখন অসাধাৰণ চিঠিত তেওঁক নিজৰ শক্তি সামৰ্থ্যৰ ওপৰত আৰু কালীৰ অনুপ্ৰেৰণাত নিৰ্ভৰশীল হৈ চলিবলৈ উপদেশ দিছিল। তেওঁ নিষ্কাম কৰ্মৰ আদৰ্শৰ ওচৰ চাপি গৈছিল আৰু ইয়াৰ দ্বাৰা স্বামীজীয়ে তেওঁক কোৱা 'কৃতকাৰ্যতা নহয়, মৃত্যুহে আমাৰ লক্ষ্য' কথাষাৰৰ পূৰ্ণতাৰ পিনে আগবাঢ়িছিল।

এতিয়া তেওঁ দৃঢ়ভাবে কামত লাগি গৈছিল। তেওঁ এন আৰবৰ আৰু জেকছনৰ ওচৰ চাপিছিল আৰু তাৰ মহিলাসকলৰ পৰা নিয়মিত বৰঙণি পোৱাৰ প্ৰতিশ্ৰুতি আদায় কৰিছিল। কিন্তু সকলো ঠাইতে তেওঁৰ ভাগ্য এনেদৰে সদয় হৈ থকা নাছিল। ডেট্ৰয়টত তেওঁ বহুতো মহিলাৰ, বিশেষকৈ গীৰ্জাৰ লগত জড়িত মহিলাৰ ভাৰতীয় জীৱন আৰু আচাৰ ব্যৱহাৰৰ বিষয়ে নানান জটিল প্ৰশ্নৰ মুখামুখি হ'ব লগা হৈছিল। এই প্ৰশ্নবোৰৰ তেওঁ চোকা উত্তৰ দিছিল। তেওঁ হিন্দু ধৰ্মৰ আচাৰ অনুষ্ঠানক সকলো ধৰণে সমৰ্থন কৰাটো নিজৰ কৰ্তব্যজ্ঞান কৰিছিল আৰু আধুনিক পৰিপ্ৰেক্ষিতত এটা কথা ভাবিলে আচৰিত লাগে যে বিবাহ বিচ্ছেদৰ প্ৰতিষেধক হিচাপে তেওঁ এনেকি হিন্দুৰ বহু বিবাহ প্ৰথাকো সমৰ্থন কৰিছিল। অৱশ্যে বেছি ভাগ সময়তে তেওঁ এনে ধৰণে প্ৰৰোচিত হ'ব লগা হয় যে সি সহ্য শক্তিৰ বাহিৰলৈ গুছি যায়। স্বামী বিবেকানন্দই তেওঁক নিৰৱচ্ছিন্নভাবে সান্ত্বনা আৰু সাহস দি থাকিছিল। নিবেদিতা চিকাগোলৈ উভতি আহিছিল আৰু তাৰ বহুতো স্কুল পৰিদৰ্শন কৰিছিল। তেওঁ পাৰ্কাৰ নামৰ ভদ্ৰলোক এজনে স্থাপন কৰা প্ৰশিক্ষণৰ স্কুল এটাত শিক্ষা ল'বলৈ এজনী হিন্দু ছোৱালীক পঠিয়াবলৈ সিদ্ধান্ত লৈছিল। কিন্তু সন্তোষিনী নামৰ সেই ছোৱালীজনীৰ বিয়া হৈ যোৱা বাবে তেওঁৰ সেই আঁচনি সফল নহ'ল। নিবেদিতা কেনছাছ আৰু মিন্নিয়েপলিছলৈ গৈছিল আৰু তাৰ পাছত বষ্টনৰ কেম্ব্ৰিজলৈ গৈছিল। তাত তেওঁ মিছেছ ছাৰা বুলৰ লগত থাকিছিল আৰু আমেৰিকা যুক্তৰাষ্ট্ৰ ভ্ৰমণলৈ যোৱা বিপিন চন্দ্ৰ পাল নামৰ ভাৰতৰ জাতীয় নেতাজনক লগ পাইছিল। নিবেদিতাৰ চেষ্টাৰ ফলতে মিছেছ ফ্ৰাঞ্চিছ এইচ লেগেটক সভানেত্ৰী আৰু মিছেছ বুলক অবৈতনিক জাতীয় সচিব হিচাপে লৈ আমেৰিকাত 'ৰামকৃষ্ণ গিল্ড অব হেলপ'ৰ প্ৰতিষ্ঠান গঢ়ি উঠিছিল। মিছেছ বুল আছিল বিখ্যাত নৰওৱেজিয়ান

বেহেলা বাদক অ'ল বুলৰ বিধবা পত্নী। নিবেদিতা আৰু স্বামী বিবেকানন্দক লণ্ডনত লগ পোৱা মিছ ক্রিষ্টিন গ্রীনষ্টিডেল গিল্ডৰ ডেট্রয়ট কমিটিৰ সচিব হৈছিল। এই কমিটিটোৱে নিবেদিতাই যুগুতোৱা 'দি প্রজেক্ট অব ৰামকৃষ্ণ স্কুল ফৰ গার্লছ' নামৰ এখন প্রচাৰ পুস্তিকা বহিৰ কৰিছিল। মিঃ লেগেটে প্রচাৰ পুস্তিকাখন ছপাবলৈ নিবেদিতাক সাহায্য কৰিছিল আৰু সেই প্রকল্পটো আৰম্ভ কৰিবলৈ তেওঁৰ ঘৈণীয়েকে এহেজাৰ ডলাৰ দিছিল। নিবেদিতাই স্ত্রী শিক্ষাৰ আদর্শৰ বিষয়ে কি ভবিছিল আৰু বাস্তৱত তাক কেনেদৰে ৰূপায়িত কৰিব তাৰেই সুন্দৰ প্রকাশ ঘটিছিল কিতাপখনত। সেই প্রকল্পটো সম্পর্কে উঠা প্রশ্ন কেতবোৰৰ নিবেদিতাৰ উত্তৰো পুস্তিকাখনত সন্নিবিষ্ট কৰা হৈছিল। এই সময়ত তেওঁ 'মা কালী' নামৰ কিতাপখন প্রকাশ কৰাৰ চেষ্টা কৰি আছিল আৰু আমেৰিকাৰ স্কুলবোৰত বক্তৃতাত কোৱা কিছুমান ঐতিহাসিক আৰু ধর্মমূলক চৰিত্রৰ কাহিনী লেখি আছিল। স্বামীজীয়েও এই সময়ত কেতবোৰ চৰিত্র-চিত্রনৰ কামত কলমক ব্যস্ত ৰাখিছিল। নিবেদিতাই মাছাচুছেটছৰ জামাইকাৰ 'ফ্রি ৰিলিজিয়াছ এছচিয়েশ্বন'ত 'প্রাচ্যৰ প্রতি আমাৰ দায়বদ্ধতা'ৰ বিষয়ে বক্তৃতা দিছিল। তেওঁৰ প্রতি খোজতে বাধা আৰু সমালোচনা অবিৰত ভাবে চলি আছিল, কিন্তু একেদৰে স্বামীজীৰ পৰাও উদগনি আহি থাকিছিল। নিবেদিতা নিউইয়র্কলৈ গৈছিল আৰু পাছত স্বামীজীও তালৈ গৈছিল। নিবেদিতাই তেওঁৰ বক্তৃতামালা শুনিছিল আৰু বহুত বছৰৰ আগতে লণ্ডনত স্বামীজীৰ বক্তৃতা শুনি অনুপ্রাণিত হোৱাৰ দৰেই নতুনকৈ অনুপ্রাণিত হৈছিল। তেওঁ নিজেও 'হিন্দু ৰমণীৰ আদর্শ' আৰু 'ভাৰতৰ প্রাচীন কলাকৃষ্টি'ৰ ওপৰত বক্তৃতা দিছিল। এই বক্তৃতাবোৰে ৰাইজৰ মনৰ ওপৰত গভীৰ ছাপ বহুৱাইছিল।

বিখ্যাত ব্রিটিছ সমাজবিদ আৰু চিন্তাশীল ব্যক্তি প্রফেছৰ পেট্রিক গেড্ডেছে 'পেৰিছ এক্সপজিশ্বন ইউনিভার্ছেল এছচিয়েছন'ৰ অধিবেশনত তেওঁৰ বিভিন্ন কাম কাজত সহায় কৰিবলৈ নিবেদিতাক নিমন্ত্রণ জনাইছিল। স্বামী বিবেকানন্দও নিমন্ত্রিত হৈছিল আৰু নিবেদিতাৰ যাত্রাৰ কিছুদিন পাছতে তেৰোঁ পেৰিছলৈ গৈছিল। ইয়াৰ আগতে নিবেদিতাই নিউ ইয়র্কত প্রফেছৰ গেড্ডেছৰ 'বুৰঞ্জীৰ সামাজিক পদ্ধতি' বিষয়ক বক্তৃতা এটা শুনিছিল আৰু মানবতাৰ ওপৰত কেনেকৈ প্রভাৱ পেলায় সেই সম্পর্কে তেওঁ বুজোৱা কথাখিনি শুনি খুব মোহিত হৈছিল। প্রফেছৰেও নিবেদিতাই এই বিষয়টো অভিনিবেশ সহকাৰে হৃদয়ঙ্গম কৰাটোত বৰ সন্তোষ পাইছিল। কিন্তু কংগ্রেছত তেওঁ নিবেদিতাৰ পৰা ব্যৱহাৰিক কামকাজৰহে সহায় বিচাৰিছিল। নিবেদিতাই দেখিছিল যে তেওঁ কোনো ধৰণৰ উদ্দেশ্যমূলক কামত লগাৰ তাত কোনো সুবিধা নাই। গতিকে তেওঁ সেই ক্ষেত্র এৰি থৈ গুছি গৈছিল, অৱশ্যে প্রফেছৰৰ লগত তেওঁৰ পাৰস্পৰিক গুণমুগ্ধতাৰ সম্পর্ক অব্যাহত আছিল। পিছৰ কালছোৱাত 'দি ওয়েব অব ইণ্ডিয়ান লাইফ' নামৰ কিতাপখন লেখাত প্রফেছৰৰ পৰা সাহায্য পাইছিল আৰু ব্যৱহাৰিক অৱস্থাৰ পটভূমিত নিবেদিতাই ভাৰতীয় জীৱন গাঁঠনিৰ বিষয়ে যিদেৰ লেখিছিল তাৰ প্রতি প্রফেছৰে তেওঁৰ প্রশংসা

আগবঢ়াইছিল। সেই বিষয়টো সম্পৰ্কে ব্যাখ্যা কৰাৰ দায়িত্বভাৰ প্ৰফেছৰৰ গাত পৰিছিল। এই সময়ত ডঃ জগদীশ চন্দ্ৰ বসু আৰু শ্ৰীমতী অবলা বসুও পেৰিছত আছিল। ডঃ বসুৱে তেতিয়া উদ্ভিদৰ বিষয়ে তেওঁৰ তত্ত্বটো প্ৰতিষ্ঠিত কৰিবলৈ প্ৰাণপন চেষ্টা কৰি আছিল। নিবেদিতাই তেওঁৰ এই কৰ্মত বিশেষ আগ্ৰহ দেখুৱাইছিল আৰু তাৰ পাছৰ পৰাই দুয়ো পৰম বন্ধু হৈ পৰিছিল। 'কংগ্ৰেছ অব দি হিষ্ট্ৰি অব ৰিলিজন'ত স্বামী বিবেকানন্দৰ বক্তৃতাক বিশেষ মূল্য দিয়া হৈছিল। কিন্তু এই সময়তে তেওঁৰ গাত ক্লান্তি আৰু উদাসীনতাৰ ছাপ প্ৰকট হৈ উঠিছিল। তেওঁ দৰাচলতে কৈছিলেই যে তেওঁ আৰু বেচি দিন জীয়াই নাথাকে, আৰু কোনো কামবন কৰাও তেওঁৰ পক্ষে সম্ভৱ নহয়, তেওঁ এতিয়া কেৱল মাৰ লগতে একীভূত হৈ যাব খোজে। এই কথাত এতিয়া নানা নতুন ভাৱ আৰু উৎসাহত পৰিপূৰ্ণ হৈ থকা নিবেদিতাৰ মনত দুশ্চিন্তাৰ জন্ম দিছিল। প্ৰফেছৰ গেড্ডেছৰ লগত হোৱা মনোমালিন্যও তেওঁৰ দুখৰ আন এক কাৰণ হৈ পৰিছিল। তেওঁৰ স্বাস্থ্য আৰু মানসিক শক্তিৰ অৱনতি ঘটিছিল আৰু মিছেছ বুলৰ আমন্ত্ৰণ ক্ৰমে তেওঁ গৈ ব্ৰিটেনীৰ লেন্নিয়নৰ ওচৰৰ পেৰোছ গিৰেকত কিছুদিন কটাই আহিছিলগৈ। তেওঁ কিছু পৰিমাণে মানসিক শান্তি ঘূৰাই পালেও স্বামীজীৰ বাহিৰৰ উদাসীনতাত ছটফটাই থাকিছিল আৰু তেওঁৰ নিৰ্দেশনা বিচাৰি চিঠি লেখিছিল। উত্তৰত স্বামীজীয়ে লেখিছিল যে তেওঁ নিবেদিতাৰ প্ৰতি তেনে ধৰণৰ কোনো বিৰাগ দেখুৱা নাই, কেৱল তেওঁ বিচাৰে যে নিবেদিতাই স্বাধীন ভাবে নিজৰ পথত আগবাঢ়িব লাগে। এনে ধৰণৰ গাত নলগা যেন মনোভাৱে নিবেদিতাক আৰু বেছি উতলা কৰি তুলিছিল আৰু নিজৰ কন্যাৰ দৰে নিবেদিতাক ভালপোৱা মিছেছ বুলে স্বামীজীকো তালৈ আমন্ত্ৰণ জনাইছিল। মিছেছ বুলক মৰমতে ধীৰা মাতা বুলি সম্বোধন কৰা স্বামীজীয়ে সেই আমন্ত্ৰণ গ্ৰহণ কৰিছিল। বিবেকানন্দৰ লগত হোৱা সাক্ষাতে নিবেদিতাৰ মনৰ পৰা সকলো সংশয় দূৰ কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ বুজিছিল স্বামীজীয়ে তেওঁক স্বাধীনভাবে কাম কৰাটোহে বিচাৰে আৰু স্বামীজী নিজে বৰ ক্লান্ত আৰু ভাৰতলৈ উভতিবলৈ উৎকণ্ঠিত হৈ পৰিছে। তেওঁ নিবেদিতাক 'আশীৰ্বাদ' নামৰ কবিতা এটা উপহাৰ দিছিল যি কবিতাটো ভাৰতীয়ৰ কাণত তাৰপাছৰ পৰা চিৰন্তন হৈ বাজি থাকিছিল ঃ

"মাতৃৰ অন্তৰ আৰু বীৰৰ মনোবল,
দখিনৰ মলয়াৰ মৃদু মধুৰতা
আৰ্যৰ বেদীত স্থিত পুত মাধুৰিমা
শক্তি আৰু দীপ্তি আৰু মুক্তিত উজ্বল;
এয়া আৰু আন বহু তোমাৰেই হওক
কাহানিও কোনো প্ৰাণে নেদেখা সপোন—
তুমি যেন একেধাৰে হোৱা ভাৰতীয়
পুত্ৰ আৰু ভাৰ্যা আৰু ভৃত্য ও সুহৃদ।"

নিবেদিতাই নিজে ভাৰতলৈ ওভতাৰ আগতে এবাৰ ইংলণ্ডলৈ যোৱা মনস্থ কৰিছিল। তেওঁৰ ইংলণ্ড যাত্ৰাৰ আগদিনা স্বামীজীয়ে তেওঁক বাগানলৈ মাতি নি কৈছিল—'বিশ্বৰ বুকুলৈ আগবাঢ়ি যোৱা; আৰু মই যদি তোমাক গঢ়ি তুলিব পাৰিছোঁ তেন্তে তাত তুমি নিঃশেষ হৈ যোৱা! কিন্তু মাই যদি তোমাক গঢ়িছে, বাঁচি থকা!"

আকৌ পিছদিনা ৰাতিপুৱা তেওঁ নিবেদিতাক বিদায় জনাবলৈ আহিছিল। সেই বিষয়ে নিবেদিতাই লেখিছে—"য়ুৰোপত তেওঁৰ বিষয়ে মোৰ শেষ স্মৃতিৰ চাৰণত দেখিবলৈ পাওঁ এখন খেতিয়কৰ গাড়ীৰ পৰা, তেওঁৰ দেহটো পুৱাৰ আকাশৰ পটভূমিত ৰৈ আছে, প্ৰাচ্যৰ নমস্কাৰৰ ভংগীমাত হাত দুখন ওপৰলৈ তোলা, যি ভংগীমা হ'ল আশীৰ্বাদৰো প্ৰকাশ।" এইদৰেই তেওঁ নিবেদিতাক জীৱনৰ যাত্ৰা পথত অকলশৰীয়া আৰু প্ৰতিষ্ঠিত কৰিছিল।

দৰাচলতে নিবেদিতাই তেওঁৰ দৈব নিৰ্দিষ্ট পথৰ সৰ্বশেষ পৰ্যায়ত আহি উপস্থিত হৈছিল। স্বামীজী ভাৰতবৰ্ষলৈ গুছি যোৱাৰ পাছতো তেওঁ লণ্ডনত থাকি গৈছিল, অৱশ্যে এনেদৰে থকাটো উচিত হৈছেনে নাই সেই বিষয়ে তেওঁৰ সন্দেহ আছিল। তেওঁৰ যি আধ্যাত্মিক আদৰ্শৰ প্ৰতি হেঁপাহ তাৰ লগত কৰ্মৰ প্ৰতি আগ্ৰহক মিলাই দিয়াটো উচিত হৈছে নে নাই সেই বিষয়েও তেওঁৰ সন্দেহ আছিল। তেওঁ কেৱল এইটোকে বিচাৰিছিল যে যাক তেওঁ পিতৃ হিচাপে গণ্য কৰিছে সেই স্বামী বিবেকানন্দই প্ৰতিষ্ঠা কৰা আদৰ্শ তেওঁ যাতে অনুসৰণ কৰিব পাৰে। কিন্তু তেওঁৰ ইংলণ্ডত থকাটো আৰু পাছত নৰৱে আৰু স্কটলেণ্ডলৈ যোৱা কথাটোৱে ভাৰতত কামকাজ কৰাত বৰ সহায় কৰিছিল। এই সময়ত লণ্ডনত ডঃ জে. চি. বসুৰ এটা অস্ত্ৰোপচাৰ হৈছিল আৰু তেওঁৰ আৰু শ্ৰীমতী বসুৰ কেতবোৰ অসুবিধা হৈছিল। ভগিনী নিবেদিতা আৰু মিছেছ বুলে তেওঁলোকক বন্ধুৰ দৰে সাহায্য কৰিছিল। নিবেদিতা ভাৰতীয় জীৱন ধাৰাৰ দুৰ্ঘোৰ সমৰ্থনকাৰী আৰু ভাৰতীয় স্বাৰ্থৰ হকে মাত মাতোতা এগৰাকী ব্যক্তি হিচাপে প্ৰতিভাত হৈছিল। ১৯০১ চনৰ জানুৱাৰী আৰু ফেব্ৰুৱাৰীত লণ্ডনৰ দৰ্শকৰ আগত 'ভাৰতবৰ্ষৰ আধ্যাত্মিক জীৱন', 'ভাৰতীয় নাৰীৰ আদৰ্শ' আৰু এনেকি 'ইংলণ্ডই ভাৰতক কিদৰে বিফল মনোৰথ' কৰিলে জাতীয় বিষয়ৰ ওপৰতো সপ্তাহত তিনিবাৰকৈ বক্তৃতা দিছিল। লাহে লাহে তেওঁ ভাৰতীয় সমস্যাৰাজিৰ ৰাজনৈতিক দিশতো মূৰ সুমুৱাইছিল। তেওঁ স্কটলেণ্ডতো বক্তৃতা দিছিল। মিছনাৰী সকলে ভাৰতীয় জীৱন সম্পৰ্কে দিয়া মিছা বৰ্ণনাবোৰৰ তেওঁ প্ৰতিবাদ কৰিছিল আৰু তেওঁলোক নিবেদিতাৰ ওপৰত খুব ক্ৰুদ্ধ হৈছিল। নিবেদিতাই তেওঁলোকৰ বিষয়ে এখন কিতাপ লেখাৰ সিদ্ধান্ত লৈছিল। লণ্ডনত আৰু এটা বক্তৃতা দিয়াৰ পাছতেই তেওঁ ভাৰতলৈ উভতি যাবলৈ ব্যগ্ৰ হৈ উঠিছিল। জাপান হৈ ভাৰতলৈ যোৱা মিছ মেকলয়ডৰ যোগেদি তেওঁ 'মা'ৰ পৰা ভাৰতলৈ ওভতাৰ অনুমতি পাইছিল, কিন্তু আৰু কাম গুলোৱাত তেওঁ আৱদ্ধ হৈ পৰিল। তেওঁ মিঃ হকছ নামৰ এজন শিক্ষাবিদৰ অনুৰোধক্ৰমে ভাৰত শিক্ষাৰ বিষয়ে এটা প্ৰবন্ধ লেখিছিল।

'ৰিভিউ অব ৰিভিউজ'ৰ বিখ্যাত সম্পাদক মিঃ উইলিয়াম ষ্টীডে তেওঁ ডঃ জে. চি. বসুৰ এক জীৱন আলেখ্য লেখি দিবলৈ কৈছিল। ইতিমধ্যে 'কালী দি মাদাৰ' নামৰ কিতাপখন প্ৰকাশ হৈ ওলাইছিল। আই. চি. এস. ৰমেশ চন্দ্ৰ দত্তই—যাৰ 'ইকনকিম হিষ্ট্ৰি অব ইণ্ডিয়া'খন সৰ্বকালৰ এক ক্লাছিক গ্ৰন্থ—ভাৰতৰ বিষয়ে নিবেদিতাই যি জানিছে তাকে লৈ আৰু লেখা লেখিবলৈ কৈছিল। তাৰ পাছতে তেওঁ দি 'ওয়েব অব ইণ্ডিয়ান লাইফ'ৰ দৰে গভীৰ অধ্যয়ন পুষ্ট কিতাপখন লেখিছিল। প্ৰফেছৰ গেদ্দেছৰ নিমন্ত্ৰণ পাই তেওঁ ডাণ্ডীত তেওঁৰ লগত ডেৰ বছৰ কাল আছিল। গ্লাছগো প্ৰদৰ্শনীৰ ভাৰতীয় বিভাগটোত তেওঁ বক্তৃতা দিছিল আৰু মিছনাৰী সকলে ভাৰতীয় সকলৰ বিৰুদ্ধে কৰা অভিযোগৰ উত্তৰ হিচাপে এটা প্ৰবন্ধ লেখাৰ কাম হাতত লৈছিল। তেওঁ ভাৰতবৰ্ষলৈ উভতি যাবলৈ খুব ব্যগ্ৰ হৈ থাকিলেও এই কামবোৰে তেওঁক আৱদ্ধ কৰি ৰাখিছিল আৰু অ'ল বুলৰ ব্ৰঞ্জৰ প্ৰতিমূৰ্তি এটা নৰৱেৰ ঘৰত উন্মোচন কৰা উপলক্ষে মিছেছ বুলে যেতিয়া তেওঁক তালৈ নিমন্ত্ৰণ কৰিছিল নিবেদিতাই সেই নিমন্ত্ৰণ গ্ৰহণ কৰি তাত প্ৰায় তিনি মাহ আছিল। এনেকৈ তেওঁ জিৰণি পাইছিল আৰু সুস্থিৰতা লাভ কৰিছিল। বন্ধু বান্ধৱে তেওঁক দেখা কৰিবলৈ আহিছিল যদিও তেওঁ অখণ্ড কৰ্মতো নিবিষ্ট হৈ থাকিছিল। "কুকুৰনেছিয়া বাঘৰ মাজত ভেড়া" নামৰ মিছনাৰীসকলক প্ৰত্যুত্তৰ দি লেখা তেওঁৰ প্ৰবন্ধটো ওয়েষ্ট মিনিষ্টাৰ গেজেটত ওলাইছিল। ১৯০১ চনৰ ৪ চেপ্তেম্বৰ তাৰিখে তেওঁ ইংলণ্ডলৈ উভতি গৈছিল।

এই সময়ছোৱাত ভগিনী নিবেদিতাৰ চিন্তাধাৰাই এক নতুন আৰু গুৰুত্বপূৰ্ণ প্ৰসাৰতা লাভ কৰিছিল। বিভিন্ন অভিজ্ঞতাই তেওঁক পতিয়ন নিয়াইছিল যে ভাৰতবৰ্ষৰ পৰাধীনতা এই দেশৰ বাণী পৃথিৱীৰ চাৰিওপিনে প্ৰচাৰ কৰাত বিৰাট প্ৰতিবন্ধক হৈ দেখা দিছিল। তেওঁ ভাৰতবৰ্ষত ইংৰাজ শাসক আৰু ইংৰাজ ব্যক্তি বিশেষৰ দুৰ্ব্যৱহাৰ নিজেই দেখিছিল। স্বামী বিবেকানন্দই আমেৰিকাত যি সমালোচনা আৰু বিৰোধিতা সহ্য কৰিব লগীয়া হৈছিল, সি নিবেদিতাৰ বাবে বৰ দুখৰ অভিজ্ঞতা আছিল। ছাৰ জগদীশ বসুক পেৰিছত কেনেকৈ সন্মান জনোৱা হৈছিল আৰু আনহাতে ইংলণ্ডত কেনেকৈ অৱহেলা আৰু অবমাননা কৰাৰ চেষ্টা কৰা হৈছিল এই সকলোবোৰ তেওঁ দেখিছিল। এই অভিজ্ঞতাবোৰে নিবেদিতাক ভাৰত স্বাধীন হোৱাটোহে যে প্ৰথম আৱশ্যকীয় কথা তাক বুজাই দিছিল। তেওঁ দেখিছিল যে ভাৰতবৰ্ষক সহানুভূতি জনোৱা মানুহ ইংলণ্ডত খুব কমেই আছে। তেওঁ আৰ. চি. দত্তৰ পৰা ভাৰতৰ ৰাজনীতি আৰু অৰ্থনীতি শিকি লৈছিল আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ কাৰ্যপ্ৰণালী অনুসৰণ কৰিছিল। তেওঁ গম পাইছিল যে ভাৰতীয় বিশ্ববিদ্যালয় এখনৰ বাবে কৰা জামছেদজী টাটাৰ আঁচনিখন নাকচ কৰা হৈছিল আৰু মিছেছ এনি বেছান্তে বাৰানসীতে হিন্দু কলেজ এখন খুলিব খোজাৰ অনুমতি দিয়া নহৈছিল। তেওঁ পিঞ্চ ক্ৰপটকিনৰ লগত ভাৰতীয় পৰিস্থিতি সম্পৰ্কে আলোচনা কৰিছিল আৰু বিশ্বাস কৰিছিল যে এক স্থায়ী সংঘবদ্ধ জীৱনৰ উদ্ভাৱনা

কৰিব পাৰি একমাত্ৰ গ্ৰাম্য জীৱন পদ্ধতিৰ যোগেদি। তেওঁ সেই পদ্ধতিৰ ভেঁটিত গঢ় লৈ উঠা ভাৰতীয় জীৱনৰ ছবি মনৰ চকুৰে দেখা পাইছিল আৰু তাৰ পাছত যুদ্ধ নালাগে। ৰক্তপাত নালাগে। আমি এদিন শান্তিপূৰ্ণ ভাবে ভাইচৰয়ৰ ওচৰলৈ যাম আৰু হাঁহি মুখে তেওঁক জনাম যে তেওঁৰ পৰা সেৱাৰ আমাৰ আৰু কোনো আৱশ্যকতা নাই। মিঃ গেড্ডেছৰ ভাষাত 'প্ৰশান্ত জীৱনৰ তত্ত্ব' আমি যেতিয়া গ্ৰহণ কৰিব পৰা হ'ম তেতিয়া এই বৃহৎ কাম কৰাৰ পদ্ধতিটো লাহে লাহে ব্যাখ্যা কৰা হ'ব। মহাত্মা গান্ধীৰ গঠনমূলক কামৰ লগে লগে যি অসহযোগ আন্দোলন কৰি কেইঁ দশক মান পিছত ভাৰতৰ যি স্বাধীনতা আহিছিল, নিবেদিতাৰ এই আঁচনি যেন সেই ভৱিষ্যতৰ এক বাৰ্তাবাহকহে আছিল। নিবেদিতা ভাৰতৰ প্ৰতি ইংৰাজৰ ব্যৱহাৰত কিমান তিক্ত হৈছিল এই কথাবোৰেই তাৰ প্ৰমাণ—'ভাৰতবৰ্ষ অধ্যয়নত মগ্ন হৈ আছিল, এদল ডকাইত আহিল আৰু দেশখন ধ্বংস কৰি পেলালে। অধ্যয়নৰ মানসিক বাতাবৰণ ধ্বংস হৈ গ'ল। ডকাইতবোৰে ভাৰতী আইক কিবা শিকাব পাৰিবনে? নোৱাৰে, আয়ে সিহঁতক বাহিৰ কৰি দিব লাগিব আৰু তাৰ পিছত তেওঁ নিজৰ পূৰ্বৰ অৱস্থালৈ ঘূৰি যাব লাগিব। অন্ততঃ তেনে ধৰণৰ অৱস্থা এটাই ভাৰতৰ প্ৰকৃত আঁচনি হ'ব বুলি মোৰ বিশ্বাস।' তেওঁ বিচাৰিছিল যে ভাৰতৰ প্ৰতিনিৰ্ধিত্ব কৰা ভাৰতীয় সকল ইংলণ্ডলৈ যাব লাগে আৰু তাত জনমতক শিক্ষিত কৰিব লাগে। 'প্ৰতিটো ধূলিকণায়ো আমাৰ বাণী কঢ়িয়াই নিয়াটো আমি বিচাৰোঁ...আমি প্ৰধানকৈ যিটো কাম কৰিব লাগে সি হ'ল য'লৈকে আমাক নিনিয়ক কিয় সোঁতত উটি যাব লাগে আৰু সমুখত যাকেই পাওঁ পৃথিৱীৰ সেই সকলোকে আমাৰ কথা ক'ব লাগে আৰু উত্তপ্ত মুহূৰ্ত্ততে আঘাতটো হানিব লাগে।' তেওঁ পুনৰ নতুনকৈ স্বামীজীৰ মতাদৰ্শৰ জাতীয় ব্যক্তি গঠনৰ গুৰুত্বটো উপলব্ধি কৰিছিল। "প্ৰকৃততে স্বামীজীৰ বাহিৰে আন কোনেও এই কথাটো ভবা নাছিল, মই বুজি পাওঁ যে তেওঁৰ আদৰ্শই মোক যে বেচিকৈ বুজায় সেয়ে নহয়, তাৰ আৱশ্যকতাৰ কথাকো আৰু বেচি গুৰুত্বপূৰ্ণ ভাবে প্ৰতিভাত কৰে।" তেওঁৰ প্ৰথমতে এই শংকা আছিল যে কিজানিবা তেওঁৰ মনত বিকশিত হ'ব ধৰা এই নতুন ভাবধাৰা আৰু কাৰ্যপ্ৰণালীয়ে স্বামীজীৰ অনুমোদন নাপায়, কাৰণ দেখ দেখকৈয়ে ই আছিল স্বামীজীয়ে তেওঁৰ আগত ডাঙি ধৰা ভাবধাৰা আৰু কাৰ্য প্ৰণালীতকৈ পৃথক আৰু এইটোও ঠিক যে স্বামীজীৰ সেই আদৰ্শ তেওঁ কেতিয়াও পৰিহাৰ কৰিব নোৱাৰে। তেওঁ এতিয়া ভাৰতলৈ উভতি আধৰুৱা কামখিনি শেষ কৰিবলৈ ব্যগ্ৰ হৈ পৰিছিল। তেওঁ লণ্ডনৰ বেথানীৰ 'হ'ম অব ৰিট্ৰিট অব ছিষ্টাৰ্ছ'ত এসপ্তাহ কটাইছিল আৰু সাৰদামণিৰ ঘৰৰ লগত তাৰ পৰিবেশৰ মিল দেখি মুগ্ধ হৈছিল। তেওঁ প্ৰফেছৰ গেড্ডেছৰ লগত কিছুদিন আছিল আৰু ডঃ জে. চি. বসুৰ 'লিভিং এণ্ড নন লিভিং' নামৰ কিতাপখন অনুবাদ কৰিছিল আৰু তাৰপাছত ভাৰতলৈ বুলি জাহাজত উঠিছিল। তেওঁৰ সেই যাত্ৰাপথৰ সঙ্গী আছিল মিছেছ অ'ল বুল আৰু মিঃ আৰ. চি. দত্ত। ১৯০২ চনৰ তিনি

ফেব্ৰুৱাৰীৰ দিনা তেওঁলোক মাদ্ৰাছত উপস্থিত হওঁতে এক ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱা হৈছিল। প্ৰত্যুত্তৰ হিচাবে ভগিনী নিবেদিতাই কোৱা কথাখিনি মনত ছাপ বহুৱাব পৰা বিধৰ আছিল। তেওঁ ভাৰত ভূমিৰ মানুহৰ দৰে কথা কৈছিল, ভাৰতীয় আচাৰ প্ৰণালীক শক্তিশালী ভাষাৰে সমৰ্থন কৰিছিল আৰু তেওঁ গ্ৰহণ কৰা দেশখনৰ মহত্বক উচ্ছসিত ভাবে প্ৰশংসা কৰিছিল। তেওঁৰ বক্তৃতাটো কাগজেপত্ৰে বহুলভাবে প্ৰচাৰিত হৈছিল আৰু তেতিয়া বাৰাণসীত থকা স্বামী বিবেকানন্দই তেওঁৰ সুখ্যাতি কৰিছিল, এনেকি ভাৰতৰ আগশাৰীৰ লোক সকলেও তেওঁৰ লগত চা-চিনাকী হৈছিল। এই কথাটোৱে চৰকাৰক সচকিত কৰি তুলিছিল আৰু তেতিয়া তেওঁৰ গতিবিধি আৰু চিঠিপত্ৰৰ ওপৰত চোকা নজৰ ৰখা হৈছিল। এই সময়ত গান্ধীজীও কংগ্ৰেছৰ এক অধিবেশনত যোগ দিবলৈ কলিকতালৈ আহিছিল আৰু নিবেদিতাক লগ পাইছিল।

কিন্তু নিবেদিতা আগৰ দৰেই স্ত্ৰীশিক্ষা প্ৰসাৰৰ বাবে স্কুল স্থাপন কৰা কথাটোতে লাগি আছিল আৰু স্বামী বিবেকানন্দৰ অনুমতি ক্ৰমে পিছৰ বাৰৰ সৰস্বতী পূজাটো ধাৰ্মিক লোকসকলৰ লগত পালন কৰি উঠি সিদিনাই স্কুলটো স্থাপন কৰিছিল। তেওঁৰ লগত ভাৰতলৈ অহা তেওঁৰ সৰুকালৰ ধাত্ৰী মিছ বেটৰ পৰা এই বিষয়ত বৰ সহায় পাইছিল। জাৰ্মানীত জন্ম লাভ কৰা আৰু পাছত মাক বাপেক আমেৰিকা যুক্তৰাজ্যত বসবাস কৰা মিছ গ্ৰীনষ্টিডেল আহি দহ এপ্ৰিলৰ দিনা নিবেদিতাৰ কাষ পাইছিল আৰু যথাসময়ত তেওঁ স্কুলৰ ভাৰ লোৱাৰ কথা আছিল। আগতে উল্লেখ কৰি অহা হৈছে যে ১৮৯৪ চনত স্বামী বিবেকানন্দক পোন প্ৰথমবাৰৰ বাবে ডেট্ৰয়টত লগ পাইছিল। দুবছৰৰ পাছত তেওঁ আন এগৰাকী মহিলা মিছেছ ফাংকৰ লগত থাউডেণ্ড আইলেণ্ড পাৰ্কত স্বামী বিবেকানন্দক লগ ধৰিবলৈ এক কষ্টকৰ যাত্ৰা কৰিছিল। তাৰ পাছতো স্বামী বিবেকানন্দ দ্বিতীয়বাৰ আমেৰিকালৈ যাওঁতে ডেট্ৰয়টত তেওঁ এসপ্তাহৰ বাবে থকা কালত লগ পাইছিল। তাৰোপৰি আগতে উল্লেখ কৰি অহাৰ দৰে তেওঁ নিবেদিতাক পুঁজি সংগ্ৰহ কৰাতো সহায় কৰিছিল আৰু ডেট্ৰয়ট কমিটিৰ চেক্ৰেটৰী হৈছিল। স্বামীজী তেওঁৰ সেৱা আৰু ত্যাগৰ মনোভাবৰ বাবে মুগ্ধ হৈছিল আৰু তেওঁ কলিকতালৈ অহাত স্বাগতম জনাইছিল। তেওঁৰ মধুৰ আৰু ধৈৰ্যশীল স্বভাৱে নিবেদিতাকো মুগ্ধ কৰিছিল আৰু তেওঁক স্কুলৰ কামত খুব সহায় কৰিছিল। মাৰ্চৰ ২৩ তাৰিখে নিবেদিতাই 'আধুনিক বিজ্ঞানত হিন্দু মন' নামৰ বক্তৃতা এটা ক্লাছিক থিয়েটাৰত দিছিল। ১৯০২ চনৰ গ্ৰীষ্মকালত নিবেদিতা আৰু ক্ৰিষ্টিন মায়াবতীলৈ গৈছিল। তেওঁলোকৰ লগত আছিল জাপানৰ 'আৰ্কিওলজিকেল ৰিফৰ্ম ছোচাইটি'ৰ প্ৰেছিডেণ্ট কাউণ্ট ওকাকুৰা নামৰ এজন ডাঙৰ জাপানী পণ্ডিত আৰু শিল্পী; তেওঁ ভাৰতীয় শিল্প-সংস্কৃতিৰো এজন ডাঙৰ ভক্ত আছিল। তেওঁ জাপানৰ এখন বৌদ্ধ বিহাৰৰ উচ্চ পৰ্যায়ৰ পুৰোহিত মিঃ ওডাৰ লগত জাপানত বহিবলগীয়া 'পাৰ্লিয়ামেণ্ট অব ৰিলিজঞ্চ'লৈ বিবেকানন্দক নিমন্ত্ৰণ কৰিবলৈ আহিছিল। বেয়া স্বাস্থ্যৰ বাবে স্বামীজীয়ে সেই নিমন্ত্ৰণ গ্ৰহণ কৰিব নোৱাৰিলেও

তেওঁলোকক সানন্দ চিত্তে স্বাগতম জনাইছিল। ওকাকুৰাই স্বামীজীৰ শেষ তীৰ্থযাত্ৰা বুদ্ধগয়া আৰু বাৰাণসী ভ্ৰমণত তেওঁক সঙ্গীত্ব দিছিল। তেওঁ এইখন দেশত এক সুদীৰ্ঘ কাল কটাইছিল আৰু এখন মূল্যবান কিতাপ লেখিছিল। 'আইডিয়েলছ অব দি ইষ্ট' নামৰ কিতাপখন নিবেদিতাই সম্পাদনা কৰিছিল আৰু তাৰ ভূমিকাটো লেখিছিল। বিশ্বাসযোগ্য সূত্ৰ মতে তেওঁ সক্ৰিয় ৰাজনীতিতো অংশগ্ৰহণ কৰিছিল আৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ সুৰেন্দ্ৰনাথ ঠাকুৰ নামৰ এজন ভতিজাকৰ লগত উত্তৰ ভাৰতত গোপন অনুষ্ঠান কেতবোৰ গঢ়ি তোলাত তেওঁৰো হাত আছিল; তেওঁ এদল ডেকা ল'ৰাকো সংগঠিত কৰি তুলিছিল। অকল এজন প্ৰচাৰক হৈ থকাতে ক্ষান্ত নাথাকিবলৈ নিবেদিতাক যিসকল লোকে জোৰ দিছিল আৰু ভাৰতীয় জাতীয় জীৱনৰ চিন্তাধাৰাৰ প্ৰকৃত উপলব্ধিৰ বাবে আহ্বান জনাইছিল তাৰ ভিতৰত এজন ওকাকুৰাও আছিল। হিমালয়ৰ শান্তি আৰু নিৰ্জনতাত এমাহতকৈও বেচি দিন কটোৱাৰ পাছত নিবেদিতা সদলবলে কলিকতালৈ উভতি আহিছিল।

পিছে তেওঁৰ গুৰুৰ লগত বিচ্ছেদৰ সময় সমাগত হৈছিল। য়ুৰোপৰ পৰা উভতি আহি তেওঁ স্বামী বিবেকানন্দক বেলুৰ মঠত লগ পাইছিল যদিও তেওঁ বৰ অসুস্থ আছিল। দহ মাৰ্চৰ দিনা ৰামকৃষ্ণৰ জন্মদিনৰ উৎসৱৰ সময়ত তেওঁ ভিতৰতে সোমাই আছিল। নিবেদিতাই অৱশ্যে কেইগৰাকীমান ইংৰাজ বন্ধুৰ সতে তেওঁক অলপ সময়ৰ বাবে লগ পাইছিল। সেই বছৰৰ শেষৰ পিনে মঠৰ খেল পথাৰত খেল ধেমালিৰ উৎসৱ চলি থকাৰ সময়ত মিছেছ বুল আৰু মিছ মেকলয়ডে তেওঁক শেষবাৰৰ বাবে লগ পাইছিল, তেতিয়া স্বামীজীয়ে খিৰিকিৰে সেই খেল চাই আছিল। ২৬ জুনৰ দিনা মায়াবতীৰ পৰা উভতি অহাৰ পিছদিনা নিবেদিতাক স্বামীজীয়ে সাক্ষাৎ দিছিল। ২৯ জুনৰ দিনা তেওঁ বেলুৰ মঠলৈ গৈছিল আৰ স্বামীজীয়ে অনশন কৰি থাকিলেও নিবেদিতাক খাবলৈ দিছিল আৰু খোৱা শেষ হোৱাৰ পাছত তেওঁৰ হাত ধুৱাই দিছিল। যীশুখ্ৰীষ্ট শ্বহীদ হোৱাৰ আগতে শিষ্যৰ ভৰি ধুই দিয়া কথাটোৰ দৰেই এই ঘটনাটেও তাৎপৰ্যপূৰ্ণ। সিদিনা নিবেদিতা স্বামীজীৰ লগত তিনি ঘণ্টা পৰ আছিল। পিছত মিছেছ নীল হেমগুলৈ লেখা এখন চিঠিত নিবেদিতাই লেখিছিল যে তেওঁৰ ভাব হৈছিল যে স্বামীজীয়ে বুজিছিল যে তেওঁ আৰু নিবেদিতাক কেতিয়াও লগ নাপায়। জুলাই মাহৰ চাৰি তাৰিখৰ দিনা তেওঁ ভালেই আছিল আৰু সেই মৰ্মে সিদিনা গধূলি নিবেদিতালৈ খবৰ পঠিয়াইছিল। কিন্তু পিছদিনা খুব ৰাতিপুৱাতে মঠৰ পৰা এজন বাৰ্তাবাহক আহি তেওঁক খবৰ দিছিল যে স্বামীজীৰ মৃত্যু হ'ল। নিবেদিতাই তেওঁৰ শৱদেহটোক সৎকাৰৰ সময়লৈ বিছি আছিল। বিচনাৰ মূৰটো ঢাকি থোৱা এখন সৰু টুকুৰা কাপোৰ চিতাৰ পৰা উৰি আহি নিবেদিতাৰ ভৰিত পৰিছিল। তেওঁ সেইখন ভক্তি সহকাৰে বুটলি লৈছিল। সেইখন মিছ জোছেফাইন মেকলয়ডক দিয়াৰ তেওঁৰ বৰ ইচ্ছা আছিল। তেওঁ গুৰুৰ পৰা শেষ আশীৰ্বাদটো পাইছিলেই।

## ৫

# জীৱনাদৰ্শৰ অগ্ৰগতিৰ পথত

গুৰুৰে তেওঁৰ ওপৰত অৰ্পণ কৰি যোৱা বিশ্বাসৰ পথত আগবঢ়াই আছিল নিবেদিতাৰ বৰ্ত্তমান জীৱনৰ প্ৰধান উদ্দেশ্য। কিন্তু এতিয়া ইয়াৰ এক অন্য ধৰণৰ পৰিসৰ বৃদ্ধি হৈছিল। নিবেদিতাৰ মনত এই বিশ্বাস দৃঢ়তৰ হৈছিল যে ভাৰতবৰ্ষৰ উন্নতিৰ বাবে ৰাজনৈতিক স্বাধীনতা অতি দৰ্কাৰী। পিছে ৰামকৃষ্ণ মঠৰ কাকোৱেই ৰাজনৈতিক কাজকৰ্ম কৰিবলৈ অনুমতি দিয়া নহৈছিল। স্বামীজীয়ে ঠিকেই কৈছিল যে তেওঁৰ আদৰ্শ ৰামকৃষ্ণৱো নহয়, বেদান্তৰো নহয়; জনগণক পৌৰুষদীপ্ত কৰি তোলাটোৱে তেওঁৰ একমাত্ৰ সহজ সৰল উদ্দেশ্য। নিবেদিতাই তেওঁক সহায় কৰিব খুজিছে আৰু তেওঁ তাক গ্ৰহণ কৰিছে। সেই বুলি এই কথা ক'ব নোৱাৰি যে স্বামী বিবেকানন্দই ৰাজনীতিত তেওঁ লিপ্ত হোৱাটো অনুমোদন কৰিলেহেঁতেন। স্বামীজীৰ পাছত ৰামকৃষ্ণ মিছনৰ সভাপতি হোৱা স্বামী ব্ৰহ্মানন্দই নিবেদিতাক তেওঁৰ সিদ্ধান্ত বিচাৰি চিঠি লেখিছিল। তেওঁ উত্তৰত জনাইছিল যে স্বাধীনভাবে কামকাজ কৰাৰ বাবে তেওঁ মঠৰ লগত সম্পৰ্ক ছিন্ন কৰিব। কাগজপত্ৰৰ যোগেদিও তেওঁ এই সিদ্ধান্তৰ কথা প্ৰকাশ কৰিছিল যে ইয়াৰ পাছত তেওঁৰ কামকাজৰ লগত মঠৰ অনুমোদনৰ কোনো কৰ্তৃত্ব নাথাকিব। নিবেদিতাই মিছ মেকলয়ডলৈ লেখা এখন চিঠিত জনাইছিল যে তেওঁ কেৱল মহিলাৰ কৰ্মতে নিজক আৱদ্ধ কৰি ৰাখিব নোৱাৰে, তাৰোপৰি মহিলাৰ জীৱন ধাৰা এক প্ৰকাৰ সহজ সৰল। তেওঁ অনুভৱ কৰিছিল যে দেশৰ বাবে যি দায়িত্ব আৰু সমস্যাবোৰ পৰি আছে তাৰ প্ৰতি এক জাতীয় চেতনা জগাই তোলাটোৱে তেওঁৰ প্ৰধান কাম।

গতিকে এতিয়া নিবেদিতাই দেশখনক জনা আৰু স্বামীজীৰ বাণী জনগণৰ মাজত প্ৰচাৰ কৰা এই দুই কাৰ্যত লাগি গ'ল। স্বামীজীৰ মৃত্যুৰ অলপ দিনৰ পাছতেই এখন স্মৃতি সভাত ভাষণ দিবলৈ তেওঁ যশোৰলৈ গৈছিল। মিঃ আৰ. চি. দত্তৰ সভাপতিত্বত বিদ্যাসাগৰ শতবাৰ্ষিকী উপলক্ষে ক্লাছিক থিয়েটাৰত বহা সভাৰ বিভিন্ন বক্তাৰ ভিতৰত নিবেদিতাও এগৰাকী আছিল। ইয়াৰ পাছত তেওঁৰ নানা অসুখ বিসুখ হৈছিল আৰু বেলুৰ মঠৰ সন্ন্যাসীসকলে তেওঁৰ চিকিৎসা কৰিছিল। তেওঁ আৰ্থিক সংকটতো ভুগি

আছিল, তথাপি ওচৰৰ বহুতো মহিলাক ধনেৰে সাহায্য কৰিছিল। তেওঁ 'ওয়েব অব ইণ্ডিয়ান' নামৰ কিতাপখন শেষ কৰা কামত লাগিছিল; পিছত সেই কিতাপখন ভাল বিক্ৰী হৈছিল। তেওঁক মুম্বাইৰ পৰা নিমন্ত্ৰণ কৰা হৈছিল আৰু সেই উপলক্ষে স্বামী সদানন্দৰ লগত ২২ ছেপ্তেম্বৰৰ দিনা তালৈ গৈছিল। তেওঁ মুম্বাইত বহুতো বক্তৃতা দিছিল, সেই বক্তৃতাবোৰৰ বিষয়বস্তু আছিল 'স্বামী বিবেকানন্দ', 'আধুনিক বিজ্ঞানত হিন্দু মন', 'ভাৰতীয় নাৰীত্ব', 'আধুনিক চিন্তাধাৰাৰ আলোকত হিন্দু ধৰ্ম', 'ভক্তি আৰু শিক্ষা', 'এছিয়াৰ ঐক্যবদ্ধতা' আৰু 'মাতৃ পূজা'। হিন্দু ধৰ্মৰ প্ৰতি থকা তেওঁৰ গভীৰ বিশ্বাস 'আধুনিক বিজ্ঞানত হিন্দু মন' নামৰ বক্তৃতাটোত দিয়া এটা মন্তব্যতে প্ৰকাশ পাইছিল। এই মন্তব্যটোৰ যোগেদি তেওঁ বুজাইছিল যে যুৰোপীয় বিজ্ঞানৰ অগ্ৰগতি যিমানেই বিৰাট নহওক কিয় ইয়াৰ লগত হিন্দু মনৰ স্বতঃস্ফূৰ্ত উপলব্ধিৰ তুলনাই নহয়; এনে উপলব্ধিৰ দ্বাৰাহে প্ৰকৃত সত্যৰ উদঘাটন হয়। তেওঁৰ সকলো বক্তৃতা উচ্চ প্ৰশংসিত হৈছিল। মিছ মেকলয়ডে আগতেই তেওঁক স্বামী বিবেকানন্দই কৈ থোৱা এই কথাষাৰ জনাই থৈছিল যে ভাৰতবৰ্ষই নিবেদিতাৰ সুৰতে সুৰ মিলাব। এতিয়া নিবেদিতালৈ লেখা এখন চিঠিত মিছ মেকলয়ডে লেখিলে যে বিবেকানন্দৰ সেই কথাবোৰ কিজানি সত্যতে পৰিণত হয়।

নাগপুৰ, বৰোদা আৰু ৱাৰ্দ্ধাতো নিবেদিতাৰ বক্তৃতা একেদৰেই সফল হৈছিল। বৰোদাত তেওঁ অৰবিন্দ ঘোষক লগ পাইছিল আৰু তেওঁৰ লগত হোৱা যিবোৰ সাক্ষাতৰ ফল স্বৰূপে নিবেদিতাই তেওঁৰ লগত পিছত ৰাজনৈতিক কামত সহযোগিতা কৰিছিল সেইটো আছিল তাৰ প্ৰথম সাক্ষাৎ। ইয়াৰ পাছত তেওঁ আহমেদাবাদত বক্তৃতা দিছিল আৰু কানহেৰি আৰু ইলোৰা গুহা পৰিদৰ্শন কৰিছিল। ইলোৰাৰ বিষয়ে তেওঁ এইদৰে লেখিছিল "পৃথিৱী যেতিয়ালৈকে জীৱিত হৈ থাকে, ভগৱানৰ ৰহস্য বিপুল পৰিমাণে প্ৰকাশ হোৱা এক খণ্ড স্থানৰ দৰে, জাতি ধৰ্ম নিৰ্বিচাৰে মানুহৰ আত্মাৰ ওপৰত, মানুহৰ নানা কীৰ্তিৰ ওপৰত সেই ৰহস্য প্ৰকাশ হোৱা এক খণ্ড স্থানৰ দৰে ইলোৰা অনন্তকাললৈ বিৰাজ কৰিব।" নিবেদিতা অতি ক্লান্ত হৈ পৰা বাবে তেওঁ বাকী ভ্ৰমণ আঁচনি বাতিল কৰি কলিকতালৈ উভতি আহিছিল। ইয়াৰ পাছত তেওঁ চন্দননগৰত এটা আৰু কলিকতাত দুটা বক্তৃতা দিছিল।

কিন্তু পুনৰ আঠ ডিচেম্বৰ তাৰিখে তেওঁ স্বামী সদানন্দৰ লগত মাদ্ৰাজলৈ গৈছিল। তেওঁলোকৰ লগত ব্ৰহ্মচাৰী অমূল্যও আছিল; এওঁ স্বামী শংকৰানন্দ হিচাপে পিছত ৰামকৃষ্ণ মিছনৰ প্ৰেছিডেণ্ট হৈছিল। মাজ পথত তেওঁলোকে খ্ৰীষ্টমাছৰ বাবে উৰিষ্যাৰ খণ্ডগিৰিত ৰৈছিল। নিবেদিতাই যি আধ্যাত্মিক সংমিশ্ৰণৰ অৱস্থাত উপনীত হৈছিল, এই খ্ৰীষ্টমাছ পালনত সেই বৈশিষ্টৰে যেন প্ৰতিফলন হৈছিল ঃ দুই সন্ন্যাসীয়ে ভেড়াপালকৰ দৰে হাতত দণ্ড লৈ গেৰুৱা পোছাক পিন্ধি আছে। তেওঁলোকে পূবৰ জ্ঞানীলোক আৰু দেবদূতে পথাৰত ৰাতি কটোৱা ভেড়াপালকৰ ওচৰলৈ অহা 'গছপেল

অব ছেণ্ট লিউক'ৰ সাধু পঢ়িছিল। তেওঁলোকে যিশুৰ মৃত্যু আৰু পুনৰ্জন্মৰ মহান জীৱনীৰ সমালোচনাও পঢ়িছিল। দুহেজাৰ বছৰৰো আগতে বুদ্ধৰ বাণী গ্ৰহণ কৰা খণ্ডগিৰিত যীশুৰ জীৱনৰ বাণী নিবেদিতাৰ বাবে নতুন তাৎপৰ্যৰে মহিমামণ্ডিত হৈ উঠিছিল।

উনৈশ ডিচেম্বৰৰ দিনা তেওঁলোক মাদ্ৰাজত উপস্থিত হৈছিল। নিবেদিতাই এই ঠাইখন পাই বিশেষ আনন্দ লাভ কৰিছিল। আমেৰিকালৈ যাবলৈ সহায় কৰা বন্ধু স্বামীজীয়ে ইয়াতেই লাভ কৰিছিল আৰু আমেৰিকাৰ পৰা ঘূৰি অহাৰ পাছতো ইয়াতেই স্বামীজীয়ে বিপুল সম্বৰ্দ্ধনা পাইছিল। সেই বছৰৰে আগভাগত তেওঁ নিজেও পশ্চিমৰ ভ্ৰমণ সমাপ্ত কৰি অহাত এই চহৰখনত এক আন্তৰিক আদৰণী লাভ কৰিছিল। স্থানীয় শিষ্যসকলৰ অনুৰোধ ক্ৰমে স্বামীজীয়ে স্বামী ৰামকৃষ্ণানন্দক মাদ্ৰাজলৈ পঠাইছিল আৰু ৰামকৃষ্ণানন্দই তাৰ স্থানীয় ভক্তবৃন্দই কাৰ্ণান কাষ্টলত ঠিক কৰি দিয়া ঠাইত মঠ এটা স্থাপন কৰিছিল। নিবেদিতা এই মঠত থাকিছিল আৰু এক ৰাজহুৱা বক্তৃতামালাৰ আঁচনি লৈছিল। 'ইয়ং মেনছ হিন্দু এছচিয়েছন'ৰ সৌজন্যত অনুষ্ঠিত হোৱা এক বক্তৃতা সভাত তেওঁ ভাৰতবৰ্ষৰ একতাৰ কথা কৈছিল যি একতা কোনো বিদেশীৰ দান নহয়। "ভাৰতবৰ্ষৰ নিজৰ কোনো একতা নাথাকিলে কোনো বিদেশীয়ে তাক দিব নোৱাৰে। নিঃসন্দেহে ভাৰতবৰ্ষৰ একতা হ'ল নিজৰ সৃষ্টি; ইয়াৰ নিজস্ব ভৱিষ্যৎ, কৰ্মধাৰা আৰু বিপুল শক্তি আছে; কিন্তু ই কাৰো দান নহয়।"

তেওঁ উপস্থিত থাকিব নোৱাৰা এক বৃহৎ জনসমাগমৰ মহিলা সভালৈ দিয়া বাণী এটাত তেওঁ সমাজক সাম্যৰ ভেঁটিত অৱস্থান কৰোৱাত আৰু সাহসী আৰু শক্তিশালী নতুন পুৰুষ গঢ়ি তোলাত মহিলাসকলৰ গৌৰৱপূৰ্ণ সুবিধা আৰু দায়িত্বৰ কথা সঁকিয়াই দিছিল। 'ভাৰতবৰ্ষৰ ঐক্য', 'জাতীয়তাবাদ', 'স্বামীজীৰ আদৰ্শ' আৰু 'হিন্দু ধৰ্ম' বিষয়ক সভাবোৰত তেওঁ ছাত্ৰসকলৰ লগত কৰা আলোচনাৰ ফল স্বৰূপে তেওঁলোকৰ বহুতেই প্ৰেছিডেন্সীৰ নানা ঠাইত বিবেকানন্দ সমাজ গঢ়ি তুলিবলৈ আগবাঢ়ি আহিছিল। এই সমাজবোৰে বেদান্তৰ বাণী প্ৰচাৰ কৰিছিল আৰু সামাজিক আৰু শিক্ষা বিষয়ক কামকাজত ব্ৰতী হৈছিল। নিবেদিতাই তেওঁলোকক পৰিচালনা কৰিবলৈ এখন কিতাপো লেখিছিল।

কথাবতৰাৰ যোগেদি সভাৰ কাম চলোৱাটোও আছিল নিবেদিতাৰ আঁচনিৰ এক বৃহৎ অংশ। তেওঁ কাঞ্জিভৰমলৈ গৈছিল আৰু তাৰ ৰেল ষ্টেচনত উপস্থিত হোৱাৰ লগে লগে তাতো তেনে এখন সভা পতা হৈছিল আৰু তাৰ পাছত ৰাজহুৱা বক্তৃতা অনুষ্ঠিত হৈছিল। তেওঁ তাৰ পাছত মাদ্ৰাজলৈ উভতি গৈছিল আৰু ১৯০৩ চনত তাত খুব ধুমধামেৰে বিবেকানন্দৰ জন্মদিন উৎসৱ পালন কৰিছিল। তেওঁ নানা ঠাইৰ পৰাই নিমন্ত্ৰণ পাইছিল যদিও সেইবোৰ গ্ৰহণ কৰিবলৈ অসমৰ্থ হৈছিল। তেওঁ তাৰ পাছদিনাই সদলবলে কলিকতালৈ উভতি গৈছিল। দক্ষিণ ভাৰতে যি ধৰণে ৰামকৃষ্ণ-বিবেকানন্দৰ বাণী গ্ৰহণ কৰিছিল সি তেওঁক আনন্দত আপ্লুত কৰি তুলিছিল। পিছে মাদ্ৰাজৰ

ৰামকৃষ্ণ মিছনৰ কাম সাময়িকভাৱে বন্ধ কৰি থবলগীয়া হৈছিল, কাৰণ যি ঘৰটোত মিছন প্ৰতিষ্ঠা হৈছিল তাৰ মালিক সলনি হৈছিল।

তেওঁৰ মনত সদায়ে পুহি ৰখা স্কুলৰ কথাটোলৈ মন দিবলৈ নিবেদিতাই এতিয়া সময় পাইছিল। আগতে উল্লেখ কৰা নিবেদিতাৰ ধাই মিছ বেটে তেওঁৰ অনুপস্থিতিত স্কুলখন চোৰামেলা কৰিব পাৰিছিল। ১৯০৩ চনৰ মাৰ্চ মাহত আহি ক্ৰিষ্টিন্ গ্ৰীনষ্টিডেলে তেওঁৰ লগত যোগদান কৰিছিল। স্কুলখনত এতিয়া ৪৫ গৰাকী ছাত্ৰ আছিল। কিতাপৰ জ্ঞানৰ সলনি দৈহিক ব্যায়ামৰ শিক্ষা দিয়া শেহতীয়া পদ্ধতি এই স্কুলত প্ৰয়োগ কৰা হৈছিল। নিবেদিতাই ছাত্ৰীসকলৰ ব্যক্তিত্ব গঢ়ি তুলিবৰ বাবে প্ৰত্যেককে একোখন সুকীয়া ৰেকৰ্ড বহী যুগুত কৰিছিল। ইয়াৰ পাছত মহিলাৰ শাখা এটা খোলা হৈছিল। নিবেদিতা আৰু ক্ৰিষ্টিনৰ ব্যক্তিগত বন্ধু হোৱা চুবুৰীৰ মহিলাসকলক লৈয়ে এই শাখা খোলা হৈছিল। স্বামী সাৰদানন্দ আৰু স্বামী বোধানন্দই গীতাৰ পাঠ পঢ়াইছিল। ডঃ জে. চি. বসুৰ ভগীয়েক লাবণ্যপ্ৰভা বসুৱে লেখিবলৈ আৰু পঢ়িবলৈ শিকাইছিল, মা সাৰদামণিৰ এক সংগিনী যোগিনমাই ধৰ্মৰ শিক্ষা দিছিল; ক্ৰিষ্টিনে শিকাইছিল চিলাই আৰু উলৰ কাম। ঘৰুৱা কামবন থকা সকলো মহিলাই স্কুললৈ যাবলৈ বৰ আগ্ৰহ প্ৰকাশ কৰিছিল আৰু তেওঁলোকৰ মানসিক দিগন্ত দ্ৰুতগতিত প্ৰসাৰিত হৈছিল। স্কুলৰ চোতালত এক চণ্ডী পুৰাণ কথা অনুষ্ঠিত হৈছিল আৰু তাত বহুতো মহিলাই যোগদান কৰিছিল। এইদৰেই নিবেদিতা আৰু ক্ৰিষ্টিনে স্থানীয় গোঁড়া আৰু অশিক্ষিত মহিলাসকলক তেওঁলোকৰ বিশ্বাস আৰু আচাৰ প্ৰণালীৰ লগত দৃঢ়ভাৱে সমতা থকা পদ্ধতি প্ৰয়োগ কৰি শিক্ষা দিছিল। তেওঁলোকে পোৱা সঁহাৰি যে কেৱল নিজৰ বাবে সন্তোষজনক হৈছিল এনে নহয়, এনেকি তেতিয়াৰ 'দি ষ্টেটছ্‌মেন' কাকতৰ সম্পাদক মিঃ এছ. কে. ৰেটক্লিফৰ দৰে মানুহেও বৰকৈ শলাগিছিল। এই আঁচনিটোৰ সফলতাৰ বাবে বেচিভাগ কৃতিত্ব ক্ৰিষ্টিনৰে প্ৰাপ্য আছিল আৰু নিবেদিতাই আন্তৰিকতাৰে কথাটোৰ শলাগ লৈছিল। নিবেদিতাই নিজেও চিলাই আৰু উলৰ শিক্ষা দিছিল আৰু ওপৰ ক্লাছৰ ছাত্ৰীৰ শিক্ষক প্ৰশিক্ষণৰ ক্লাছ লৈছিল। দৈনিক কাৰ্য প্ৰণালী আৰম্ভ হোৱাৰ আগতে প্ৰতি দিনেই ৰামকৃষ্ণৰ এখন সুসজ্জিত ফটোৰ আগত বন্দেমাতৰম্ গোৱা হৈছিল আৰু সংস্কৃত প্ৰাৰ্থনা কৰা হৈছিল। মা সাৰদামণিয়ে সময়ে সময়ে স্কুল পৰিদৰ্শন কৰিছিল আৰু ই এক গভীৰ প্ৰেৰণাৰ বিষয় হৈছিল। স্কুলটো বঢ়োৱা হৈছিল আৰু এনেকি নিবেদিতাৰ সময়তো স্কুলটোৰ বাবে অতিৰিক্ত ঠাইৰ ব্যৱস্থা কৰিব লগা হৈছিল। ইয়েই আছিল পিছৰ বৃহৎ প্ৰতিষ্ঠান 'ৰামকৃষ্ণ সাৰদা মিছন ছিষ্টাৰ নিবেদিতা গাৰ্লছ স্কুল'ৰ নিঃকিন হ'লেও নিষ্ঠাপূৰ্ণ আৰম্ভনী!

তেওঁ গ্ৰহণ কৰা দেশখনৰ ভৱিষ্যৎ শুদ্ধ পথত গঢ়ি তুলিবলৈ নিবেদিতাই এনে এক বিশ্ববিদ্যালয়ৰ বন্দৰস্তৰ কথা ভাবিছিল য'ত পুৰুষ-মহিলা, দেশী-বিদেশী সকলোৱে জাতীয় শিক্ষাৰ বাবে প্ৰশিক্ষণ লাভ কৰিব; তেওঁ এনে এক ল'ৰাৰ আবাস গৃহৰ কথাও

চিন্তা কৰিছিল য'ৰ ছাত্ৰবোৰে ছমাহ পঢ়িব আৰু বাকী ছমাহ গাঁৱে ভূঞে কাম কৰিব। অৱশ্যে এই আঁচনিবোৰ কাৰ্যকৰী কৰিব পৰা নগৈছিল, কিন্তু ১৯০৩ চনত বিবেকানন্দ আবাস গৃহৰ এদল লৰাক স্বামী সদানন্দই পিণ্ডাৰি হিমপ্ৰবাহলৈ ফুৰাবলৈ লৈ গৈছিল। এই দলটোৰে এজন কবি ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ পুতেক ৰথীন্দ্ৰনাথকো পঠিয়াইছিল। ইতিমধ্যে নিবেদিতাৰ ক'বলৈ আৰু লেখিবলৈ শিকোৱাৰ কৰ্ম আঁচনি পূৰ্ণগতিত চলি অছিল। তেওঁ কলিকতা আৰু বাহিৰত বক্তৃতাৰ কাৰ্যক্ৰমো চলাই ৰাখিছিল। সমগ্ৰ দেশৰে কাগজপত্ৰ আলোচনীত তেওঁ প্ৰচুৰ পৰিমাণে লেখিছিল।

ইয়াৰ পাছত তেওঁৰ পাটনা আৰু লক্ষ্ণৌত বক্তৃতাৰ কাৰ্যসূচী আৰম্ভ হৈছিল। ১৯০৪ চনৰ ন জানুৱাৰীৰ দিনা তেওঁ বেলুৰ মঠত স্বামীজীৰ জন্মদিন উৎসৱত যোগদান কৰিছিল। আৰু দুদিন পাছত তাত এখন ৰাজহুৱা সভাত ভাষণ দিছিল। তেওঁ বিবেকানন্দ ভৱনতো বিবেকানন্দ সম্পৰ্কে ভাষণ দিছিল। তাৰপাছত তেওঁ স্বামী সদানন্দ আৰু স্বামী শংকৰানন্দৰ লগত পাটনালৈ গৈছিল। জাপানলৈ যোৱা শংকৰানন্দই তাৰ মহিলাসকলৰ সভা এখনত মেজিক লণ্ঠনত বক্তৃতা দি জাপানত তেওঁৰ অভিজ্ঞতাবোৰৰ বিষয়ে বক্তৃতা দিছিল আৰু মহিলাসকলে সেই বক্তৃতা খুব সমাদৰ কৰিছিল। নিবেদিতাই তিনিটা ভাষণ দিছিল আৰু নানা আলোচনা সভা অনুষ্ঠিত কৰিছিল। সৰস্বতী পূজাৰ দিনা 'হিন্দু বয়জ এছচিয়েছনে' প্ৰতিষ্ঠা উৎসৱ পাতিছিল আৰু তাত বক্তৃতা দিবলৈ নিবেদিতা আমন্ত্ৰিত হৈছিল। তেওঁক বিখ্যাত বুৰঞ্জীবিদ প্ৰফেছৰ যদুনাথ সৰকাৰে উচ্চ প্ৰশংসা কৰি পৰিচিত কৰি দিছিল আৰু নিবেদিতাই দেশৰ কামৰ বাবে ল'ৰাবোৰ প্ৰকৃত পুৰুষ হিচাপে গঢ়ি উঠাৰ আৱশ্যকতাৰ বিষয়ে কৈছিল। নিবেদিতাৰ ভাষণে বিৰাট উদ্দীপনাৰ সৃষ্টি কৰিছিল। 'ভাৰতৰ শিক্ষা সমস্যা' নামক এটা ভাষণত তেওঁ ভাৰতীয় নাৰীৰ উৎকৃষ্ট মানৱতাবোধক শিক্ষাৰ জৰিয়তে উন্নত কৰাৰ আৰু ছাত্ৰসকলে স্বাধীনতাৰ জাতীয় আদৰ্শৰ কথা স্মৰণ কৰাৰ গুৰুত্বৰ বিষয়ে কৈছিল। তেওঁ কৈছিল—"ছাত্ৰসকলক জাতীয়তাবোধৰ ভেঁটিত শিক্ষা দিয়া হ'ব আৰু মহিলাসকলৰ শিক্ষা হ'ব নাগৰিকতাবোধৰ ভেঁটিত।" এই বক্তৃতাবোৰে জনগণৰ মনত গভীৰ ছাপ বহুৱাইছিল। ইয়াৰ পাছত নিবেদিতাই ভগৱান বুদ্ধৰ লগত সম্পৰ্ক থকা অনুষ্ঠান কেতবোৰ থকা ঠাইবোৰলৈ গৈছিল। বুদ্ধৰ জীৱন আৰু শিক্ষাৰ দ্বাৰা তেওঁ অতি কম বয়সতে প্ৰভাৱান্বিত হৈছিল আৰু স্বামী বিবেকানন্দই বুদ্ধ সম্পৰ্কে কোৱা কথাবোৰে সেই শ্ৰদ্ধা আৰু বঢ়াই তুলিছিল। অঞ্জলিদানৰ সময়ত বুদ্ধৰ মূৰ্তিৰ চৰণত ফুল দিয়া হৈছিল। ইয়াৰ পিছত অতীতৰ পাটলিপুত্ৰ আৰু এতিয়াৰ বাকিপুৰ এৰি নিবেদিতা ৰাজগিৰলৈ গৈছিল। তেওঁ তাৰ বিখ্যাত পাহাৰটোত ঘূৰি—পকি ফুৰিছিল, এঘাৰ মাইল দূৰৰ টিলিয়া নামৰ ষ্টেচনটোলৈ খোজকাঢ়ি গৈছিল আৰু বুদ্ধগয়া পাইছিলগৈ; তেওঁ তাত আনন্দত আত্মহাৰা হৈ পৰিছিল। হিন্দু আৰু বৌদ্ধসকলৰ মাজত মন্দিৰটোৰ মালিকীস্বত্বলৈ হোৱা কাজিয়া এখনৰো তেওঁ মধ্যস্থতা কৰিছিল।

এটা ৰাজহুৱা ভাষণ আৰু বহুল ভাবে প্ৰচাৰিত হোৱা এটা বিবৃতিত তেওঁ এই কথাটোত জোৰ দিছিল যে বৌদ্ধসকল হিন্দুতকৈ বেলেগ সম্প্ৰদায়ৰ নহয় আৰু তেওঁলোকৰ মাজত কোনো কাজিয়া থাকিব নোৱাৰে। এনেকি বুদ্ধগয়াত বুৰঞ্জীৰ স্কুল এখন খুলিবলৈ তেওঁলোকৰ আগত প্ৰস্তাৱ এটাও দিয়া হৈছিল, কিন্তু ই কাৰ্যত পৰিণত নহ'ল। বুদ্ধগয়াৰ পিছত নিবেদিতাই বাৰানসীৰ সাৰনাথলৈ গৈছিল আৰু তাৰ পাছত লক্ষ্ণৌলৈ গৈ তাত এক বিস্তৃত বক্তৃতামালাত অংশ গ্ৰহণ কৰিছিল। সেই সময়ত হিন্দু মুছলমানৰ ঐক্যৰ প্ৰশ্নটোৱে জনগণৰ মনত ক্ৰিয়া কৰি আছিল আৰু নিবেদিতায়ো সেই বিষয় লৈ মূৰ ঘমাইছিল। কলিকতালৈ উভতি যোৱাৰ পাছতো তেওঁ "ব্ৰহ্মচৰ্য্য বনাম বিবাহ" 'বুদ্ধগয়া' আৰু 'প্ৰাণৱন্ত ধৰ্ম' আদি বিষয়ৰ ওপৰত বক্তৃতা দিছিল। তেওঁ সংক্ষিপ্ত যদিও শক্তিশালী বক্তব্যৰে হিন্দু বিবাহক সামাজিক অনুষ্ঠান আৰু ধৰ্মীয় ক্ৰিয়া বুলি প্ৰতিপন্ন কৰি মানুহক চমৎকৃত কৰিছিল। "প্ৰাণৱন্ত ধৰ্ম" নামৰ বক্তৃতাটোত তেওঁ ভাৰতৰ হিন্দু ধৰ্মৰ আন্দোলনৰ সচলতা প্ৰকট কৰি দেখুৱাইছিল। কলিকতা মাদ্ৰাছাই আয়োজন কৰা অনুষ্ঠান এটাত তেওঁ দিয়া আন এক গুৰুত্বপূৰ্ণ বক্তৃতা আছিল—'এছিয়াৰ ইছলাম ধৰ্ম'। এই সভাত বেচিভাগেই আছিল মুছলমান ৰাইজ। সেই বক্তৃতাত নিবেদিতাই কৈছিল—"তেনেহলে আজিৰ ভাৰতীয় মুছলমানৰ কৰ্তব্য কি? আৰবৰ লগত নিজৰ সম্পৰ্ক স্থাপন কৰাটো নিশ্চয় নহয়। তেওঁলোকৰ সেইটোৰ দৰ্কাৰ নাই। আৰবৰ লগত তেওঁলোকৰ সম্পৰ্ক আছিল জীৱনৰ তেজমঙহৰ সম্পৰ্ক। এই সম্পৰ্ক গঢ়ি উঠিছিল তেওঁলোকৰ পূৰ্বপুৰুষৰ ধৈৰ্য্য আৰু বিশ্বাসৰ দ্বাৰা। কিন্তু নহয়, তেওঁলোকৰ কৰ্তব্য হ'ল ভাৰতৰ লগত সম্পৰ্ক স্থাপন কৰা, ভাৰতৰ জাতীয় জীৱনৰ লগত নিজকে সাঙোৰ খুউৱা—এই ভাৰত হ'ল তেজৰ বা আদৰণি আৰু আতিথ্যৰ দ্বাৰা গঢ়ি উঠা তেওঁলোকৰো ঘৰ; এই জাতীয়তাবোধ হ'ল তেওঁলোকে জন্মসূত্ৰত ঐতিহ্যক্ৰমে লাভ কৰা এক বিৰাট শক্তি।

ই এক অতি লেখত ল'বলগীয়া কথা যে সেই ১৯০৪ চনতে নিবেদিতাই মুছলমান সকলক ভাৰতৰ জাতীয় জীৱনৰ লগত এক হৈ পৰিবলৈ কৈ সঠিক পথৰে সন্ধান দিছিল। এই এটা সমস্যাই পিছৰ দশকবোৰত ভাৰতীয় জীৱনত তোলপাৰ লগাই থাকিছিল। মাৰ্চ মাহত তেওঁ বাৰানসীত আৰু এক বক্তৃতাৰ আঁচনি ৰূপায়িত কৰিছিল। মিছেছ ছেভিয়াৰ্ছৰ নিমন্ত্ৰণ ক্ৰমে তেওঁ আৰু ক্ৰিষ্টিনে মায়াবতীলৈ গৈছিল ডঃ বসু, তেওঁৰ ঘৈণীয়েক আৰু ভণীয়েকো তেওঁলোকৰ লগত গৈছিল। (১৯০৪ চনৰ সোতৰ মে'ৰ দিনা ডঃ বসুৱে মায়াবতীত তেওঁৰ 'প্লেণ্ট ৰেছপন্স' নামৰ কিতাপখন লেখিবলৈ আৰম্ভ কৰিছিল, তাৰে ভিতৰত 'ইণ্ডিয়ান আৰ্টছ' নামৰ বক্তৃতা দুটা বিশেষ ভাবে উল্লেখযোগ্য। ভাৰতৰ কলাত্মক জীৱনৰ পুনৰ প্ৰবৰ্তনৰ বাট কাটি দিয়াত ভাৰতীয় কলাসংস্কৃতি সম্পৰ্কে তেওঁৰ জ্ঞান আৰু তাৰ প্ৰকাশৰ বাবে তেওঁ যি কাম কৰিছিল সি অতিকৈ সহায়ক হৈছিল। তেওঁৰ ভ্ৰমণ আৰু বক্তৃতাবোৰ আছিল ভাৰতীয় মানুহৰ নিজৰ ব্যক্তিসত্বাৰ সজ্ঞানবোধক জাগ্ৰত কৰি ৰখাত এক নিৰৱচ্ছিন্ন প্ৰচেষ্টা। অক্টোবৰ

মাহত তেওঁৰ বুদ্ধগয়া ভ্ৰমণ তেওঁৰ লগত যোৱা বিশিষ্ট সংগীসকলৰ বাবেই উল্লেখযোগ্য হৈ পৰিছিল। এওঁলোক আছিল ডঃ জে. চি. বসু, ৰবীন্দ্ৰনাথ ঠাকুৰ, স্বামী শংকৰানন্দ, যদুনাথ সৰকাৰ আৰু মথুৰামোহন সিংহ—এওঁ পাটনাৰ এক বিশিষ্ট ব্যক্তি আছিল। নিবেদিতাই ভাৰতবৰ্ষৰ আধ্যাত্মিকতাক পুনৰুজ্জীবিত কৰাৰ বাবে যি প্ৰচেষ্টা চলাইছিল এওঁলোক সকলোৱে তাত সক্ৰিয়ভাবে সহযোগিতা কৰিছিল। নিবেদিতাই তেওঁলোকৰ আগত সদায় ওৱাৰেণৰ 'বুদ্ধিজিম্ ইন্ ট্ৰাঞ্চলেচন' আৰু এডুইন আৰ্ণল্ডৰ 'লাইট অব্ এছিয়া' পঢ়ি শুনাইছিল। ৰবীন্দ্ৰনাথৰ গান আৰু আবৃত্তিয়ে দলটোক হৰ্ষাপ্লুত কৰি ৰাখিছিল। দিনৰ ভাগত তেওঁলোকে হয় মন্দিৰৰ মাজত ঘূৰাপকা কৰিছিল, নহয় ওচৰৰ গাওঁলৈ ফুৰিবলৈ গৈছিল। সন্ধিয়া তেওঁলোকে বোধিবৃক্ষৰ তলত ধ্যানত বহিছিল। ভাৰতবৰ্ষলৈ তীৰ্থযাত্ৰা কৰিবলৈ অহাৰ মানসেৰে ধন সাঁচি ভাৰতলৈ অহা এক দুখীয়া জাপানী মাছমৰীয়াৰ প্ৰাৰ্থনা গীতে পৰিবেশৰ পবিত্ৰ গাম্ভীৰ্য আৰু বঢ়াই তুলিছিল। এদিন সন্ধিয়া নিবেদিতাই বুদ্ধৰ দিনৰ কথা কৈছিল আৰু তেওঁ যি প্ৰাঞ্জলতাৰে সেই যুগৰ ভাৱমূৰ্ত্তি ফুটাই তুলিছিল সি সকলো কেইজনৰ মনতে গভীৰ ৰেখাপাত কৰিছিল। আন এদিন সন্ধিয়া তেওঁলোকে বুদ্ধৰ দিনৰ উৰ্বেল-উৰু-ভিলাৰ বুদ্ধৰ পত্নী সুজাতাৰ বাসগৃহ থকা ঠাইডোখৰলৈ গৈছিল। নিবেদিতাই তেতিয়া উদ্দীপ্ত কণ্ঠেৰে সুজাতাৰ জীৱনৰ বৈশিষ্ট্যৰ কথা বৰ্ণাইছিল। তেওঁ বিবেকানন্দই কোৱা এই কথাও মনত পেলাইছিল যে ভাৰতীয় সমাজ ব্যৱস্থাই লাখ লাখ এলেহুৱা সাধুৰ দলক লালন পালন কৰিছে, কিন্তু তাৰ এটা দৰকাৰী দিশ হ'ল এইটোৱে যে সেই দলেই মাজে সময়ে ৰামকৃষ্ণ পৰমহংসৰ দৰে মানুহৰো জন্ম দিছে। তাৰ পিছত তেওঁ যুগে যুগে ভাৰতীয় জাতীয় জীৱনধাৰাত যি আধ্যাত্মিকতাৰ সোঁত বৈ আহিছে তাক দাঙি ধৰিছিল।

যিহওক, সিয়েই সকলো নাছিল। বুদ্ধগয়া এৰাৰ সময়ত নিবেদিতা এই ভাবিয়ে উত্তেজিত হৈ উঠিছিল যে ভাৰতবৰ্ষ এতিয়াও নিজ ব্যক্তিসত্বা সম্পৰ্কে সচেতন নহয়, এতিয়াও এই দেশ মানৱ জীৱন আৰু সভ্যতাত নিজ আসন ঘূৰাই ল'বলৈ প্ৰস্তুত হোৱা নাই। তেওঁ আৰু তেওঁৰ সহকৰ্মী সকলৰ ভাৰতবৰ্ষক পুনৰ জাগ্ৰত কৰাৰ চেষ্টা ফলৱতী হোৱা নাই বুলি হোৱা এক অনুভূতিয়ে তেওঁক বিতত কৰি তুলিছিল। নিঃসন্দেহে সি আছিল তেওঁৰ জীৱনৰ এক নতুন আৰু দুঃসাহসী অধ্যায়ৰ আৰম্ভণী। সেই অধ্যায় হ'ল ভাৰতবৰ্ষই ৰাজনৈতিক স্বাধীনতা লাভ কৰাৰ চেষ্টাত তেওঁৰ সক্ৰিয় সহযোগিতাৰ অধ্যায়।

৬

# স্বাধীনতাৰ হকে

ৰামকৃষ্ণ মিছনৰ পৰা নিবেদিতাই এনেয়ে আঁতৰি অহা নাছিল, কাৰণ এই অনুষ্ঠানটোৱে তাৰ সভ্যসকলক সক্ৰিয় ৰাজনীতিত অংশ ল'ব নিদিয়ে। কুৰি শতিকাৰ আৰম্ভণীতে ভাৰতীয় মানুহৰ নিজ অধিকাৰ সম্পৰ্কে সচেতনতা আৰু সেই অধিকাৰৰ পৰা বঞ্চিত হোৱাৰ ক্ষোভত যি প্ৰতিবাদৰ ভাব মনত জাগি উঠিছিল তাক ভালদৰে প্ৰকাশ কৰিছিল। স্বামী বিবেকানন্দই নিজেই তেওঁক কৈছিল যে পিছৰ পঞ্চাশ বছৰ ভাৰতমাতাই হ'ব তেওঁলোকৰ প্ৰকৃত পূজাৰ থল, আনবোৰ দেৱতাৰ পূজাৰ কথা পাছতহে আহিব। ভগিনী নিবেদিতাই সেই অনুসাৰেই নিজৰ জীৱনটোক গঢ় দিছিল আৰু সদ্যোজাত জাতীয় আন্দোলনৰ ঘাই ঠাই কলিকতাত থকা বাবে তেওঁ সমসাময়িক জীৱনৰ ভাৱধাৰাৰ লগত নিজকে পৰিচিত কৰি তুলিব পাৰিছিল। স্বাভাৱিক ভাবেই ইয়াৰ পাছত আৰম্ভ হৈছিল বাস্তৱ কাৰ্যক্ৰমনিকা। স্বামী বিবেকানন্দৰ বানা, হিন্দু ধৰ্ম আদিৰ বিষয়ে আলোচনা কৰি মানুহক অনুপ্ৰাণিত কৰিছিল। তেওঁ 'জাতি', 'জাতীয়তা' আৰু 'জাতীয় চেতনা'ৰ ওপৰত বিশেষভাবে জোৰ দিছিল আৰু ইয়াৰ দ্বাৰাই জাতীয়তাবাদৰ তেওঁ এগৰাকী প্ৰধান হোতা হৈ পৰিছিল। তেওঁৰ উৎসাহতে খেলাধূলা, আবৃত্তি আৰু বক্তৃতাৰ প্ৰতিযোগিতা যুৱকসকলৰ প্ৰশিক্ষণৰ এক অংশ হৈ পৰিছিল। নিবেদিতা তেওঁলোকৰ এগৰাকী গুৰু হৈ পৰিছিল আৰু এওঁলোকৰ মেধাৰ স্বীকৃতি হিচাপে প্ৰায়ে বিবেকানন্দ পদক বিলাইছিল।

"ডন্ ছোচাইটি'য়ে 'নেশ্যনেল্ এডুকেশ্বন ছোচাইটি' আৰু 'নেশ্যনেল্ কলেজ' প্ৰতিষ্ঠা কৰিছিল। এই কাম কাজ বোৰৰ দ্বাৰা ভগিনী নিবেদিতাই ব্ৰজেন্দ্ৰনাথ শীল, ৰবীন্দ্ৰনাথ ঠাকুৰ, সুৰেন্দ্ৰনাথ বেনাৰ্জী, বিপিন চন্দ্ৰ পাল আৰু আব্দুল ৰছুলকে ধৰি সেই সময়ৰ সকলো আগশাৰীৰ ব্যক্তিৰ সান্নিধ্যলৈ আহিছিল। পিছৰ কালত অৰ্থনীতিবিদ আৰু সুসংগঠিত চিন্তাবিদ হিচাপে খ্যাতি লাভ কৰা অধ্যাপক বিনয় সৰকাৰে নিবেদিতাৰ কামৰ আৰু ডন ছোচাইটিত তেওঁৰ প্ৰভাৱৰ এই খতিয়ান লিপিৱদ্ধ কৰি থৈ গৈছে। আৰু বেচি ৰাজনৈতিকভাবে সংগঠিত 'অনুশীলন সমিতি'ত আছিল চি. আৰ. দাস, ৰাসবিহাৰী ঘোষ, ভগিনী নিবেদিতা আৰু অন্যান্য প্ৰখ্যাত ব্যক্তি। এই অনুষ্ঠানবোৰে

যুৱক যুৱতীসকলৰ শাৰীৰিক, মানসিক আৰু নৈতিক শিক্ষা দিয়াৰ আদর্শ গ্ৰহণ কৰিছিল। শাৰীৰিক বিকাশৰ বাবে ব্যায়ামাগাৰ, মহান পুৰুষসকলৰ জীৱনালেখ্য, বিভিন্ন দেশৰ স্বাধীনতা আন্দোলন, ৰাজনীতি, অর্থনীতি, ৰামায়ণ, মহাভাৰত গীতা, চণ্ডী, আৰু বিবেকানন্দৰ ৰচনাৱলীকে আদি কৰি বিভিন্ন বিষয়ৰ আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল আৰু স্বামী সাৰদানন্দই ধর্মীয় আচাৰ-ব্যৱহাৰৰ বিষয়ে নানা পাঠ দিছিল। এই অনুষ্ঠানবোৰক প্ৰতিনিধিত্ব কৰিছিল সত্যচৰণ শাস্ত্ৰী আৰু ব্ৰহ্মবান্ধব উপাধ্যায়েও। সেই সময়ত বৰোদাত থকা শ্ৰীঅৰবিন্দ ঘোষে যেতিয়া যতীন্দ্ৰনাথ বেনার্জী নামৰ এজন কটকী পঠাই উপদেশ দিছিল যে জাতীয় স্বাধীনতা লাভ কৰিবৰ বাবে এই সংগঠনবোৰ বিপ্লৱী ধাৰাত পুনর্গঠিত কৰিব লাগে, তেতিয়াই এইবোৰে এক নতুন প্ৰসাৰতা লাভ কৰিছিল। ইয়াৰ ফলত এই সংগঠনবোৰে শাৰীৰিক ব্যায়াম চর্চা আৰু সংগঠিত আন্দোলনৰ ওপৰত বেচি গুৰুত্ব দি পুনর্গঠনৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে। শ্ৰীঅৰবিন্দই পাঁচজন সভ্যৰে গঠিত এক কেন্দ্ৰীয় পৰিষদৰ অধীনত এই আটাইবোৰ অনুষ্ঠানক ঐক্যবদ্ধ কৰাৰ চেষ্টা কৰিছিল—যি পাঁচজন সভ্যৰ এজন হ'লহেঁতেন ভগিনী নিবেদিতা। কিন্তু বৰোদাত তেওঁৰ অনুপস্থিতিত এই আঁচনি কার্যকৰী ন'হ'ল। পিছে তেওঁৰ নির্দেশিত পথেৰেই অনুশীলন সমিতি আগবাঢ়ি গৈছিল আৰু ভগিনী নিবেদিতা অতি সক্ৰিয়ভাবেই ইয়াৰ লগত জড়িত আছিল। তেওঁ স্বাধীনতা লাভৰ বাবে বিপ্লৱাত্মক পথত বিশ্বাস কৰিছিল আৰু কালী সাধিকা হোৱা বাবে হিংসাত্মক পথ লোৱাত আপত্তি নকৰিছিল। কিন্তু দেশত চলা সকলো ধৰণৰ ৰাজনৈতিক কর্ম পদ্ধতিৰ লগতে তেওঁ সম্পর্ক ৰাখিছিল। চৰমপন্থী নেতা বিপিন চন্দ্ৰ পালৰ লগতো সেই বাবে তেওঁৰ বন্ধুত্ব হৈছিল আৰু তেওঁৰ 'নিউ ইণ্ডিয়া' নামৰ কাকতত প্ৰবন্ধ প্ৰকাশ কৰিছিল। তেওঁ অৱশ্যে মধ্যমপন্থী নেতা জি. কে. গোখলেৰো এজন ঘনিষ্ঠ বন্ধু আছিল; আৰ. চি. দত্তই দেশৰ মানুহবোৰৰ অর্থনৈতিক সমস্যাৰ প্ৰতি গভীৰ ভাবে চিন্তা কৰিছিল—এওঁ ও নিবেদিতাৰ বন্ধু আছিল। তেওঁ কৈছিল—"ভাৰতবর্ষৰ বস্তু ৰাজিৰ কেন্দ্ৰস্থলৰ গভীৰত, বহুত গভীৰত মোৰ গাঁতটো খান্দিবলৈ দিয়া। ই এক অংশৰ পৰা শব্দহীন বস্তু পঠোৱা গোপন মাতো হ'ব পাৰে আকৌ নহলেবা ডাঙৰ ডাঙৰ চহৰৰ মাজত মহতিয়াই ফুৰা এক ব্যক্তিত্বও হ'ব পাৰে—যিয়েই নহওক কিয় মই গ্ৰাহ্য নকৰো! কিন্তু ভগৱানে মোৰ নিজৰ শক্তিশালী সোহাঁতক যেন এনে নকৰক যাৰ ফলত য়ুৰোপীয় সাৰশূন্যতাত মোৰ উৎসাহ বিনষ্ট হৈ যায়। তেনে হোৱাতকৈ মই বৰং আত্মঘাতীয়ে হ'ম। ভাৰতবর্ষ মোৰ বাবে আৰম্ভণীৰ আৰু শেষৰো লক্ষ্য বিন্দু। ভাৰতে যদি ইচ্ছা কৰে তেন্তে পাশ্চাত্যক চোৱা মেলা কৰক!"

ভাৰতীয় জাতীয় আন্দোলনৰ লগত ভগিনী নিবেদিতাই নিজকে এক কৰি মিলাই দিয়া ঘটনা প্ৰবাহ অনুধাবন কৰিলে চমৎকৃত হ'ব লাগে। সেই ১৯০৫ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখেই বৰলাট লর্ড কার্জনে কলিকতা বিশ্ববিদ্যালয়ৰ সমাবর্তন উৎসৱত

দিয়া এটা মন্তব্যৰ দ্বাৰাই ভাৰতীয় সকলক অসন্তুষ্ট কৰি ৰাখিছিল। তেওঁ কৈছিল যে সত্যবাদিতাৰ ক্ষেত্ৰত ভাৰতীয় মানুহতকৈ য়ুৰোপীয় মানুহ বেচি নিষ্ঠাবান। যদিও সেই সময়ত ভাৰতীয় মানুহৰ বিৰুদ্ধে কৰা এনে মন্তব্যৰ কোনেও প্ৰতিবাদ কৰা নাছিল, তথাপিও সমাবৰ্তনত উপস্থিত থকা জনমতৰ নেতাসকলে তাক আলোচনা কৰিছিল আৰু নিবেদিতাই তেওঁলোকৰ লগত যোগদান কৰিছিল। পিছদিনা নিবেদিতাই লৰ্ড কাৰ্জনে লেখা 'প্ৰব্লেমছ অব্ দি ফাৰ্ ইষ্ট' নামৰ কিতাপখনৰ পৰা এটা উদ্ধৃতি বাতৰি কাকতত প্ৰকাশ কৰিছিল; সেই উদ্ধৃতিটো আছিল লৰ্ড কাৰ্জনে কোৰিয়ালৈ ভ্ৰমণ কৰিবলৈ যাওঁতে কোৰিয়াৰ বৈদেশিক কাৰ্যালয়ৰ প্ৰেছিডেণ্টক কোৱা এষাৰ ভিত্তিহীন কথা যে তেওঁ অচিৰেই বৈবাহিক সূত্ৰে ইংলণ্ডৰ ৰাণীৰ সম্পৰ্কীয় হৈ পৰিব। তেনে এটা ফাঁকি দিয়া মানুহে ভাৰতীয় মানুহ সকলোকে সাঙুৰি মিথ্যাচাৰৰ অভিযোগ কৰা কথাটোৰে এটা আলোড়ন তুলিছিল। পিছে ৰাইজে এই সত্যটো কোনে উদঘাটন কৰিছিল তাক জানিব পৰা নাছিল। কিন্তু যি কেইজনে জানিছিল তাৰ ভিতৰত ডঃ জে. চি. বসুৱে নিবেদিতালৈ চিঠি এখন লেখি তেওঁক 'ক'লা মেঘৰ আঁৰৰ বজ্ৰ' বুলি ঘোষণা কৰিছিল। ভগিনী নিবেদিতাই 'দি ষ্টেটছমেন' কাকতলৈ এখন মুকলি চিঠি লেখি এই ঘটনাটোৰ বিষয়বস্তু আগুৱাই লৈ গৈছিল; তেওঁ এই চিঠিত 'হিন্দু সকলৰ সত্যপ্ৰিয় চৰিত্ৰ' নামৰ কথাখিনি দ্বিতীয় অধ্যায়ত সন্নিবিষ্ট হোৱা মেক্সমুলাৰৰ 'হোৱাট ইণ্ডিয়া হেজ টু টিচ্ আছ' নামৰ কিতাপখনৰ উল্লেখ কৰিছিল। কিন্তু ভগিনী নিবেদিতাই দৰ্শকৰ মাজৰ ছাত্ৰসকলকো এই সমালোচনা কৰিবলৈ এৰা নাছিল যে লৰ্ড কাৰ্জনে এনেধৰণৰ নিন্দাসূচক মন্তব্য দিয়াৰ পাছতো কিয় তেওঁলোকে কোনোধৰণৰ প্ৰতিবাদ নকৰিলে। 'প্ৰব্লেমছ্ অব দি ফাৰ্ ইষ্ট' নামৰ কিতাপ খনৰ পৰা পিছৰ সংস্কৰণতহে অতি প্ৰকট কথাখিনি বাদ দি দিয়া হৈছিল। ১৯০৫ চনৰ মাৰ্চ মাহত কলিকতাৰ টাউন হলত লৰ্ড কাৰ্জনৰ এই মিছা দূৰ্ণামপূৰ্ণ উক্তিৰ বিৰুদ্ধে এক প্ৰতিবাদ সভা বহিছিল। ইয়াৰ অলপ পিছতে নিবেদিতা মেনিনজাইটিছ ৰোগত আক্ৰান্ত হৈ ভয়ানক ভাবে অসুস্থ হৈ পৰিছিল। আৰোগ্য লাভ কৰি তেওঁ বসু পৰিবাৰৰ লগত জলবায়ু সলনি কৰিবলৈ দাৰ্জিলিঙলৈ গৈছিল আৰু তাৰ পৰা তিনি জুলাইত উভতিছিল।

ইয়াৰ পাছতেই সেই ঘটনাটো ঘটিছিল যি ভাৰতৰ ইতিহাসৰ গতিধাৰাই সলনি কৰি দিছিল আৰু ভগিনী নিবেদিতাক ভাৰতৰ স্বাধীনতাৰ আন্দোলনত সম্পূৰ্ণ জড়িত কৰি পেলাইছিল। বঙ্গদেশক খণ্ডিত কৰাৰ ব্ৰিটিছ চৰকাৰৰ আঁচনি জুলাই মাহৰ ২০ তাৰিখে ঘোষণা কৰা হৈছিল আৰু লগেলগেই জনগণ জাঙুৰ খাই উঠিছিল। টাউন হলত সাত আগষ্ট তাৰিখে বহা এক বিৰাট প্ৰতিবাদৰ জনসভাত ভগিনী নিবেদিতায়ো অংশ গ্ৰহণ কৰিছিল। ইয়াৰ পাছৰ আন এখন সভাত বঙ্গভঙ্গ বিৰোধী আন্দোলনৰ এজন বিশিষ্ট নেতা সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে এই খণ্ডিত কৰণৰ বিৰোধিতা কৰি বঙ্গ দেশৰ ঐক্য সূচাবলৈ এক 'ফেডাৰেল হল' প্ৰতিষ্ঠা কৰাৰ প্ৰস্তাৱ দিছিল। তেওঁ এ

'নেশ্বন্ ইন্ দি মেকিং' নামৰ আত্মজীৱনী খনত নিবেদিতাৰ কথা এইদৰে লেখিছিল—"যি গৰাকী দয়ালু মহিলাই ভাৰতৰ হকে নিজৰ জীৱন উছৰ্গা কৰিছিল আৰু ভাৰতৰ সেৱাত মৃত্যু বৰণ কৰিছিল" সেই গৰাকী মহিলাই এই প্ৰস্তাৱটো আন্তৰিকতাৰে সমৰ্থন কৰিছিল। তেওঁ এইখিনি কথাৰে স্বদেশী আন্দোলন আৰু বিদেশী বস্তু পৰিত্যাগ কৰাৰ প্ৰস্তাৱো সমৰ্থন কৰিছিল—"সমগ্ৰ স্বদেশী আন্দোলনটোত পুৰুষত্ব আৰু আত্মনিৰ্ভৰশীলতাৰ সুৰ অনুৰণিত হৈ উঠিছে। তাত কোনো সহায়ৰ বা ভিক্ষাৰ প্ৰাৰ্থনা নাই, ৰেহাই দানৰ বাবে কোনো বিননি নাই।...ভাৰতবৰ্ষত এনে এটা দিন আহিব যিদিনা আজিৰ গো হত্যাকাৰীক যি চকুৰে চোৱা হয় বিদেশীৰ পৰা বস্ত্ৰ ক্ৰয়কাৰীকো সেই চকুৰে চোৱা হ'ব। দৰাচলতে, দুয়োটা অপৰাধেই নৈতিকভাবে একে বিধৰ। এই স্বদেশী আদৰ্শৰ শপত গ্ৰহণ কৰাৰ যোগেদিয়েই ভাৰতৰ মানুহে নিজৰ প্ৰকৃত শৌৰ্যবীৰ্যৰ পৰিচয় দিব।"

চৰকাৰে নানা আদেশপত্ৰ জাৰি কৰি দমন নীতি প্ৰয়োগ কৰিছিল; এই নিষেধাজ্ঞাবোৰৰ এবিধ আছিল 'বন্দে মাতৰম্' গান গোৱাটো আৰু তাক শ্লোগান হিচাপে ব্যৱহাৰ কৰাটো। ১৬ অক্টোবৰৰ দিনা বঙ্গদেশৰ দ্বিখণ্ডিতকৰণ কাৰ্যকৰী কৰা হৈছিল। কংগ্ৰেছে সেই দিনটো জাতীয় শোক দিৱস হিচাপে পালন কৰিছিল। ফেডাৰেচন হলটোও সেইদিনাই বিশিষ্ট নেতা আনন্দ মোহন বসুৰ দ্বাৰা প্ৰতিষ্ঠা কৰা হৈছিল। তেওঁ অতি অসুস্থ আছিল আৰু তেওঁৰ বক্তৃতাটো সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে পঢ়ি দিছিল। ভগিনী নিবেদিতাই এই সকলো কামকাজৰ সৈতে যুক্ত আছিল আৰু কংগ্ৰেছ সভাপতি গোখলেৰ আমন্ত্ৰণ ক্ৰমে বাৰাণসীত বহি কংগ্ৰেছ অধিবেশন এখনত যোগদান কৰিছিল। চৰমপন্থী সকলেই কংগ্ৰেছত প্ৰাধান্য লাভ কৰিছিল আৰু বয়কট প্ৰস্তাৱটো সৰ্বসন্মতিক্ৰমে গ্ৰহণ কৰাইছিল, যাক ভগিনী নিবেদিতাই অভিনন্দিত কৰিছিল। গোখলেৰ প্ৰভাৱ আছিল মধ্যস্থতাকাৰী হিচাপে আৰু নিবেদিতাই কংগ্ৰেছৰ শলাগৰ শৰাই আগবঢ়াই গোখলেক এইবুলি অভিনন্দিত কৰিছিল যে তেওঁ ইংলণ্ডক ন্যায়ৰ পথ গ্ৰহণ কৰাবলৈ চেষ্টা কৰিছিল আৰু তাৰ দ্বাৰা আধ্যাত্মিক দিশেৰে ভাৰতক সেৱা কৰিছিল। ১৯০৬ চনত কলিকতাত বহা পৰবৰ্তী কংগ্ৰেছ অধিবেশনতো নিবেদিতাই যোগদান কৰিছিল, কিন্তু তাত চৰমপন্থী আৰু মধ্যমপন্থী সকলৰ মাজত যি বিভেদৰ সৃষ্টি হৈছিল সেই বিভেদে তেওঁক ব্যথিত কৰি তুলিছিল। তেওঁ ভাৰতীয় জাতীয়তাবোধৰ বিকাশৰ বাবে উন্মুখ হৈ আছিল আৰু বিভিন্ন দলৰ জন্মত বিতুষ্ট হৈ পৰিছিল। সেই কথাই তেওঁক জাতীয় পতাকাৰ এনে এক নক্সা উদ্ভাৱন কৰাইছিল য'ত বজ্ৰ প্ৰতীক হিচাপে থাকিব আৰু 'বন্দেমাতৰম্' ধ্বনিৰ আখৰবোৰ লেখা থাকিব। তেওঁ এই ধাৰণাটো লৈছিল নিজৰ হাড়েৰে বজ্ৰৰ সৃষ্টি কৰা দধিচীৰ কাহিনীৰ পৰা—যি কাহিনী তেওঁৰ বাবে আছিল আত্মত্যাগৰ প্ৰতীক। তেওঁ সেই নক্সাৰ অন্যান্য আকৃতিও প্ৰস্তুত কৰাইছিল। সেই প্ৰতীকটো সৰ্বসাধাৰণে গ্ৰহণ কৰিছিল যদিও জাতীয় পতাকাৰ নক্সাৰ শেষ সিদ্ধান্ত

গ্ৰহণৰ সময়ত সেই নক্সা লোৱা নহ'ল। পিছে তাৰ দ্বাৰা ভগিনী নিবেদিতাৰ নিজ ধাৰণাৰ গুৰুত্ব লাঘৱ হোৱাটো কেতিয়াও নুবুজায়।

১৯০৬ চনৰ এপ্ৰিল মাহত বৰিমালত সকলো বিশিষ্ট নেতাৰ উপস্থিতিত যি অধিৱেশন বহিছিল, তাক বিদেশী শাসকসকলে গাৰ বলেৰে ভঙ্গ কৰি দিয়াৰ ফলত ৰাজনৈতিক আন্দোলনৰ উত্তেজনা আৰু বৃদ্ধি পাইছিল। ১৯০৭ চনত যেতিয়া চৰমপন্থীসকল—যাক জাতীয়তাবাদীও বোলা হৈছিল—কংগ্ৰেছক অধিকাৰ কৰিছিল তেতিয়া চুৰাটত বহা অধিবেশনত কংগ্ৰেছ বিভক্ত হৈ গৈছিল। অৰবিন্দ ঘোষ জাতীয়তাবাদীসকলৰ নেতা হৈছিল আৰু 'বন্দে মাতৰম্' খনৰ সম্পাদনাত বিপিন চন্দ্ৰ পালক সহায় কৰিছিল। কেতবোৰ গুপ্ত সংস্থাৰ যোগেদি দ্ৰুত ভাবে যি বিপ্লবী আন্দোলন গঢ়ি উঠিছিল তেওঁ তাৰ প্ৰেৰণাৰ স্থল হৈ পৰিছিল। নিবেদিতাৰ ফৰাছী জীৱনীকাৰ মেডেম লিজেলে কৈছে যে নিবেদিতাই এই সংস্থাবোৰৰ লগত ইমানেই জড়িত আছিল যে তেওঁ এনেকি বোমা তৈয়াৰ কৰা ল'ৰাবোৰক কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ ডঃ জে. চি. বসু আৰু ৰসায়নৰ ওপৰ খাপৰ অধ্যাপক আৰু লগতে এজন সমাজকৰ্মী ডঃ পি. চি. ৰয়ৰ সহকাৰী হিচাপে নিযুক্তি পোৱাতো সহায় কৰি দিছিল যাতে এইদৰেই লৰাবোৰে তাৰ গৱেষণাগাৰৰ সুবিধা ল'ব পাৰে। মেডেম ৰেমণ্ডে এই কথাও লেখিছে যে বোমা তৈয়াৰ হোৱা মুৰাৰিপুকুৰ গৱেষণাগাৰৰ লগতো নিবেদিতাৰ সম্পৰ্ক আছিল; এই গৱেষণাগাৰৰ লগত সংশ্লিষ্ট বহুতো বিপ্লৱীৰ পিছত দণ্ডাদেশ হৈছিল। এতিয়া এই প্ৰশ্ন উত্থাপিত হৈছে—নিবেদিতাই সঁচায়ে এই গোপন আন্দোলনৰ লগত নিজকে জড়িত কৰিছিলনে? পিছে সেই পৰ্যায়ত তেওঁ ভাৰতৰ স্বাধীনতাৰ যি বিৰাট সমৰ্থক হৈ পৰিছিল, নিজৰ বিশ্বাসৰ যি কোনো বিষয়ত যি ধৰণে আত্মোৎসৰ্গ কৰিছিল আৰু কালী সাধনা আৰু বিবেকানন্দৰ বাণীয়ে তেওঁক যিদৰে শক্তিৰ পূজাৰী কৰি তুলিছিল, সেই পটভূমিত তেওঁ সাধ্যানুসাৰে বিপ্লবীসকলক সাহায্য কৰা কথাটো বিশ্বাসযোগ্য যেন লাগে। চৰকাৰেও তেওঁৰ গতিবিধিৰ ওপৰত চোকা নজৰ ৰাখিছিল আৰু তেওঁৰ চিঠিপত্ৰও যে চেঞ্চৰ কৰিছিল তাৰ প্ৰমাণ পোৱা যায় তেওঁ সেই সময়ত পোষ্ট মাষ্টাৰ জেনেৰেললৈ লেখা এখন চিঠিত। ভাৰতবৰ্ষক আপোন প্ৰতিভাৰে, অতীত ঐতিহ্যৰ মহিমাৰে এক বিশিষ্ট জাতি হিচাপে গঢ়ি তুলিবলৈ তেওঁৰ হৃদয়-মন আলোড়িত হৈ উঠিছিল। তেওঁৰ গুৰু স্বামী বিবেকানন্দই লোৰ পেশী আৰু তীখাৰ স্নায়ুৰ আহ্বান জনাইছিল। তেওঁৰ দৰ্শন আছিল মানব নিৰ্মাণৰ দৰ্শন। তেওঁৰ সেই দৰ্শনে বিপ্লবীসকলক ইমানেই অনুপ্ৰাণিত কৰি তুলিছিল যে তেওঁৰ ৰচনাৱলী, গীতা আৰু চণ্ডী তেওঁলোকৰ সৰ্বসময়ৰ সঙ্গী হৈ পৰিছিল। বিদেশী চৰকাৰেও তেওঁ আৰু তেওঁৰ ৰচনাৱলীক বিপ্লৱী কৰ্মকাণ্ডৰ লগত যুক্ত বুলি জ্ঞান কৰিছিল। ১৯০৩ চনৰ চাৰি এপ্ৰিলৰ দিনা মিছ মেকলয়ডলৈ লেখা এখন চিঠিত তেওঁ জনাইছিল যে ভাৰতীয় জাতিটো ৰামকৃষ্ণ বিবেকানন্দৰ ধৰ্মীয় ধ্যান ধাৰণাৰ সংমিশ্ৰনৰ দ্বাৰা উদ্বুদ্ধ হোৱা উচিত আৰু জাতীয়তাবোধৰ

উপলব্ধি অতি গভীৰ আৰু পৰিপূৰ্ণ হোৱা উচিত। তেওঁ দেশখনৰ অধোন্নতিও লক্ষ্য কৰিছিল, কিন্তু এই কথাও বিশ্বাস কৰিছিল যে গোঁড়ামি বা বিদেশী ধ্যান ধাৰণা গ্ৰহণ—এই দুটাৰ কোনো এটাই ভাৰতক উদ্ধাৰ কৰিব নোৱাৰে। তেওঁ বিশ্বাস কৰিছিল যে আত্মশুদ্ধিৰ বাবে ভাৰতৰ নিজৰ মাজতে শক্তি লুকাই আছে, এই কথা প্ৰমাণিত হয় দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক গতি ধাৰাৰ বাহিৰেও আন বিভিন্ন দিশৰ চলমান প্ৰবাহৰ দ্বাৰা। তেওঁ মনৰ মাজত সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু ধৰ্মীয়—এই বিভিন্ন দিশৰ নৱজাগৰণৰ ভাৰতৰ এখন ছবি অংকিত কৰি ৰাখিছিল; এই সকলো দিশেই ভাৰতীয় জীৱনৰ গভীৰ বাস্তৱবোধৰ দ্বাৰা পৰিপুষ্ট হ'ব লাগিব। তেওঁ বিভিন্ন বক্তৃতা, লেখনী আৰু কৰ্মৰ দ্বাৰা এই নৱজাগৰণ বাস্তৱত ৰূপায়িত কৰাৰে অহোপুৰুষাৰ্থ কৰি থাকিছিল। ইয়াৰ ফলাফল যেনেকৈ সুদূৰপ্ৰসাৰী হৈছিল তেনেকৈ স্থায়ীও হৈছিল।

৭

# সন্মুখৰ জীৱন পথত

১৯০৫ চনত বাৰাণসীৰ কংগ্ৰেছ অধিবেশনৰ পাছত নিবেদিতা তাত কিছুদিন আছিল আৰু তাত তিনি বছৰৰ আগতে চূৰ্চুৰীয়া ভাবে আৰম্ভ কৰা 'হ'ম অব্ চাৰ্ভিছ' নামৰ সেৱা প্ৰতিষ্ঠানটোৰ কামত লাগিছিল। তাৰ পাছত তেওঁ সদলবলে বহু প্ৰতীক্ষিত ৰাজস্থান ভ্ৰমণলৈ গৈছিল। ঠাইখনৰ ঐতিহাসিক পৰিবেশে তেওঁক গভীৰভাৱে আলোড়িত কৰিছিল। এদিনাখন ৰাতি চিতোৰ পাওঁতে তেওঁলোকৰ জোনাক ভৰা মাজৰাতি হৈছিল। এমাইল আঁতৰৰ দূৰ্গটোৰ দৃশ্য সন্মুখত লৈ তেওঁলোকে এছটা শিলত বহি পৰিছিল আৰু নিবেদিতাই অতীত আৰু চিতোৰৰ গৌৰৱ পদ্মিনীৰ কথা ধ্যানমগ্ন হৈ চিন্তা কৰি আছিল। পিছত দলটো গৈ বাৰাণসী পাইছিল আৰু ভাৰতক নিজৰ হিচাপে গ্ৰহণ কৰা ধৰ্মীয় দাৰ্শনিক আৰু ভাৰতৰ এক মহান নেতা হিচাপে মূৰ ডাঙি উঠা এনি বেছান্তক লগ পাইছিল। নিবেদিতাই কেইটামান ৰাজহুৱা বক্তৃতাও দিছিল।

তাৰ পাছত তেওঁলোকে ১৯০৬ জানুৱাৰী ২২ তাৰিখৰ দিনা কলিকতালৈ উভতিছিল। সেই বছৰটো আছিল নিবেদিতাই ঘনিষ্ঠ সম্পৰ্কলৈ অহা আৰু শ্ৰদ্ধা কৰা দুজন বিশিষ্ট লোকৰ মৃত্যুৰ বছৰ। তাৰে এজন হ'ল নিবেদিতাক হিন্দু ধৰ্ম শিকাত সাহায্য কৰা 'প্ৰবুদ্ধ ভাৰত'ৰ সম্পাদক স্বৰূপানন্দ। আন গৰাকী হ'ল শ্ৰদ্ধেয়া 'গোপালৰ মাক', তেওঁক এইদৰে অভিহিত কৰাৰ কাৰণ হ'ল এয়ে যে ৰামকৃষ্ণ পৰমহংসই তেওঁক 'মা' সম্বোধন কৰি মাতিছিল ঃ বেলুৰত এটা উৎসৱত আৰু পাছত কমাৰহাটীত ১৮৯৮ চনত তেওঁক লগ পোৱা মিছেছ বুল আৰু মিছ মেকলয়ডে তেওঁৰ স্বৰ্গীয় সুষমাত অভিভূত হৈ পৰিছিল। ১৯০৩ চনৰ দহ ডিচেম্বৰৰ পৰা আঢ়ৈটা বছৰ তেওঁ নিবেদিতাৰ লগত আছিল আৰু তাৰ পাছত ১৯০৬ চনৰ ছয় জুলাই তাৰিখে ৯৩ বছৰ বয়সত তেওঁৰ মৃত্যু হৈছিল। এই দুটা মৃত্যুৱে নিবেদিতাৰ জীৱনত এক শূন্যতাৰ সৃষ্টি কৰিছিল। পূৰ্ব বঙ্গত দুৰ্ভিক্ষ হোৱাত আৰু এক দুৰ্ভাগ্য ঘটিছিল। নিবেদিতা লৰালৰিকৈ সাহায্য লৈ সেই দুৰ্ভিক্ষৰ ঠাইলৈ গৈছিল। ১৯০৬ চনত পূৰ্ব বঙ্গত হোৱা "দুৰ্ভিক্ষ আৰু বন্যাৰ জিলিঙনি" নামৰ কিতাপ এখনত তেওঁ নিজৰ অভিজ্ঞতাৰ কথা বৰ্ণাইছিল।

যিহওক, কলিকতালৈ ঘূৰি অহাৰ পিছত তেওঁ কিন্তু খুব অসুস্থ হৈ পৰিছিল আৰু তেওঁক চোৱামেলা কৰিছিল বেলুৰ মঠৰ ছিষ্টাৰ ক্রিষ্টিন, স্বামী ব্রহ্মানন্দ আৰু স্বামী সাৰদানন্দই। আৰোগ্য লাভ কৰি থকাৰ সময়ত তেওঁ গৈ দমদমৰ আনন্দমোহন বসুৰ ঘৰত আছিলগৈ। তেওঁ কিবাকিবি লেখাৰ বাবে তাত থকা কালৰ ম্যাদ বঢ়াইছিল আৰু 'প্রবুদ্ধ ভাৰত'ৰ বাবে 'অকেজনেল্ ন'টছ্' লেখাৰ বাহিৰেও 'ক্রেডল্ টেলছ্ অব্ হিন্দুইজম্' আৰু 'দি মাষ্টাৰ এজ আই চ হিম' নামৰ কিতাপ দুখনো লেখিবলৈ আৰম্ভ কৰিছিল। ডঃ জে. চি. বসুৰ 'কম্পাৰেটিভ ইলেক্ট্রো-ছাইকলজি' নামৰ কিতাপখন লেখাৰ সময়তো তেওঁ সহায় কৰিছিল। ১৯০৭ চনত মিছেছ ছোভিয়াৰ্ছ কলিকতালৈ আহোঁতে দমদমত তেওঁৰ লগতে আছিল আৰু স্বামী স্বৰূপানন্দৰ গীতাৰ ইংৰাজী অনুবাদৰ প্রুফ কাকত চোৱাত সহায় কৰিছিল। তেওঁ আৰু ক্রিষ্টিন দুয়ো বসুহঁতৰ লগত মায়াৱতীলৈ গৈছিল। মায়াবতী কেন্দ্রটোৰ ভাৰপ্রাপ্ত স্বামী বিৰজানন্দই স্বামীজীৰ সম্পূর্ণ ৰচনাৰাজি ছপা কৰা কামত হাত দিছিল; ইয়াৰ প্রকাশনাৰ ভাৰ লৈছিল স্বামী স্বৰূপানন্দই। ভগিনী নিবেদিতাই এই ৰচনাৱলীৰ ভূমিকা লেখাৰ দায়িত্ব লৈছিল আৰু কলিকতালৈ উভতি 'আমাৰ গুৰু আৰু তেওঁৰ বাণী' নাম দি সেই ভূমিকা লেখিছিল। সেই সময়ত তেওঁৰ স্বাস্থ্য বৰ বেয়া আছিল আৰু মিছ্ মেকলয়ড আৰু মিচেছ্ বুলে তেওঁক বায়ু পৰিবর্তনৰ বাবে কিছুদিনৰ বাবে পশ্চিমলৈ যাবৰ বাবে খাটনি ধৰিছিল। দেশৰ পৰিস্থিতিও বৰ সুবিধাজনক নাছিল আৰু চৰকাৰে কঠোৰ দমন নীতিৰ মনোভাৱ গ্রহণ কৰিছিল। লালা লাজপতকে ধৰি ৰাজনৈতিক নেতাসকলৰ গ্রেপ্তাৰ আৰু বহিষ্কৰণে নিবেদিতাক আহত কৰিছিল। স্বামী বিবেকানন্দৰ ভায়েক আৰু 'যুগান্তৰ' পত্রিকাৰ সহ-সম্পাদক ভূপেন্দ্রনাথ দত্তক গ্রেপ্তাৰ কৰাত নিবেদিতাই তেওঁক জামিনত খালাছ্ কৰি আনিছিল, কিন্তু তাৰ পাছতেই তেওঁক একবছৰৰ বাবে জেল দিয়া হৈছিল। জেলৰ পৰা মুক্তি পোৱাৰ পাছত তেওঁ আমেৰিকালৈ গুচি গৈছিল। 'প্লেণ্ট্ ৰেছপন্স' আৰু 'কম্পাৰেটিভ্ ইলেক্ট্রো-ছাইক'লজি'—ডঃ জে. চি. বসুৰ এই দুয়োখন কিতাপেই ইতিমধ্যে যথেষ্ট আলোড়ন তুলিছিল আৰু তেওঁক য়ুৰোপলৈ আমন্ত্রণ জনোৱা হৈছিল। তেওঁ নিবেদিতাক লগত যাবলৈ অনুৰোধ কৰিছিল। গতিকে নিবেদিতাই 'মডাৰ্ণ ৰিভিউ' আৰু 'প্রবুদ্ধ ভাৰতী'ৰ বাবে আগতীয়াকৈ প্রৱন্ধ প্রস্তুত কৰিছিল, সাৰদামণিৰ ওচৰলৈ গৈ দেখা কৰিছিল, দক্ষিণেশ্বৰ আৰু বেলুৰ মঠলৈ গৈছিল আৰু তাৰ পাছত য়ুৰোপলৈ যাত্রা কৰিছিল। তেওঁ জাহাজতো লেখি আছিল। তেওঁ ক্রিষ্টিনৰ পৰা পোৱা চিঠিত ছোৱালী স্কুলখন পুনৰ খোলা আৰু ভালকৈ চলা বুলি শুনি খুব আনন্দিত হৈছিল।

পাঁচ বছৰৰ মূৰত মাক আৰু ভায়েক ভনীয়েকৰ লগত পুনর্মিলন হোৱাৰ পিছত নিবেদিতাই ১৯০৭ চনৰ চেপ্তেম্বৰ মাহৰ পৰা কেই সপ্তাহমান তেওঁলোকৰ লগত আছিল। তেওঁৰ মাক মেৰীয়ে জীয়েকে গ্রহণ কৰা হিন্দু ধর্মৰ জীৱন প্রণালীৰ গভীৰভাবে শলাগ লৈছিল আৰু সেই কথাই নিবেদিতাক বৰ সান্ত্বনা দিছিল। নৱেম্বৰ মাহত তেওঁ

য়ুৰোপলৈ গৈছিল আৰু জাৰ্মানীত বসুহঁতক লগ পাইছিল আৰু তেতিয়া পেৰিছত থকা মিছ্ মেকলয়ড আৰু মিছেছ লেগেটকো লগ ধৰিছিল। তেওঁ বসুহঁতৰ লগত ইংলণ্ডলৈ উভতিছিল আৰু পুনৰ মাকৰ লগত থাকিছিল। 'ক্ৰেড্‌ল্ টেলছ্ অব্ হিন্দুইজম্' নামৰ তেওঁৰ কিতাপখন এই সময়তে প্ৰকাশ পাইছিল আৰু ই বিশেষ ভাৱে সফলতা আৰ্জিছিল। তেওঁ ইংলণ্ডত থকা কালছোৱাত ভাৰত সম্পৰ্কীয় বক্তৃতা দি, লেখি আৰু সেই বিষয়ে কথা পাতিয়ে কটাই দিছিল। ১৯০৮ চনত তেওঁ পুনৰ প্ৰিঞ্চ ক্ৰপোটকিনক লগ পাইছিল আৰু প্ৰিঞ্চে তেওঁক ৰাছিয়া আৰু ভাৰতৰ একে ধৰণৰ অৱস্থাৰ কথা কৈছিল আৰু দুয়োখন দেশতে সামাজিক বিপ্লৱ সংঘটিত হোৱাৰ আশা প্ৰকাশ কৰিছিল। সেই সময়ত গোখলে, বি. চি. পাল, আৰ. চি. দত্ত, আনন্দ কুমাৰ স্বামী প্ৰমুখ্যে কেবা গৰাকীও বিশিষ্ট মনিষী আৰু লগতে কলিকতাৰ 'গৱৰ্ণমেণ্ট স্কুল অব্ আৰ্ট'ৰ প্ৰিঞ্চিপাল ৰেটক্লিফ্ আৰু হাভেলো ইংলণ্ডত আছিল। ভগিনী নিবেদিতাই তেওঁলোক সকলোকে লগ ধৰিছিল আৰু লগতে ভাৰত সম্পৰ্কীয় কাম-কাজ চলাই থাকিছিল। তেওঁ ইংলণ্ডৰ লোকসভাৰ বহুতো সদস্য আৰু সাংবাদিকক লগ পাইছিল যি ভাৰতৰ প্ৰতি সহানুভূতিশীল আছিল। এওঁলোকৰ ভিতৰত কেইজনমান আছিল ছাৰ হেনৰী কটন, ডঃ ভি. এইচ. ৰাদাৰফ'ৰ্ড, মিছেছ কেইৰ হাৰ্ডি, উইলিয়াম ৰেডমণ্ড, আৰু 'ৰিভিউ অব ৰিভিউ'ৰ উইলিয়াম ষ্টীভ। তেওঁ ভাৰতৰ বাবে অক্লান্ত হৈ কাম কৰি গৈছিল।

পিছে ভাৰতবৰ্যত ৰাজনৈতিক উদ্বেগ আৰু আশংকাই ইতিমধ্যে শীৰ্ষবিন্দু পাইছিল। চৰমপন্থী আৰু মধ্যমপন্থী সকলৰ মাজৰ বিভেদ সম্পূৰ্ণ হৈছিল। বিপ্লৱী সন্ত্ৰাসবাদ আৰু চৰকাৰী দমননীতি দুয়োটাই বাঢ়ি গৈছিল। কলিকতাৰ চীফ প্ৰেচিডেন্সী মেজিষ্ট্ৰেট কিংছফ'ৰ্ডক মুজাফ্‌ফৰপুৰত খুদীৰাম বসুৰ হত্যা কৰাৰ চেষ্টা আৰু দুগৰাকী য়ুৰোপীয় মহিলাৰ আকস্মিক মৃত্যু, বঙ্গৰ লেফটেনেণ্ট-গৱৰ্ণৰ ছাৰ এন্‌ড্ৰু ফ্ৰেজাৰক হত্যাৰ চেষ্টা, আলিপুৰ জেঁলৰ বিষয়া নৰেণ গোস্বামীৰ হত্যা, শ্ৰীঅৰবিন্দ আৰু বিপিন চন্দ্ৰ পালৰ গ্ৰেপ্তাৰ, অশ্বিনী কুমাৰ দত্ত আৰু আন আঠজনৰ বহিষ্কাৰ—এই সকলোবোৰ খবৰে নিবেদিতাক খুব আলোড়িত কৰিছিল। পিছে তেওঁৰ বিদেশত কৰিবলগীয়া বহুত কামেই বাকী আছিল, আৰু ডঃ জে. চি. বসুৰ লগত আয়াৰ্লেণ্ডলৈ এমাহৰ বাবে গৈছিল। তাৰ পাছত তেওঁলোক আমেৰিকালৈ গৈছিল আৰু বোষ্টনত মিছেছ অ'ল বুলৰ লগত আছিল। মিছ ছাৰা জে. ফাৰ্মাৰৰ নিমন্ত্ৰণ ক্ৰমে মেইনৰ 'কম্যুনিটি অব্ গ্ৰীনাক্ৰে'তো তেওঁ কিছুদিন আছিল। স্বামী বিবেকানন্দই তাত তেওঁৰ দিনবোৰ ধ্যান কৰি আৰু শিষ্যসকলৰ লগত কথা পাতি কটাই দিছিল। নিবেদিতাই তাত স্বামীৰ উপস্থিতিয়ে ঠাইখিনি পবিত্ৰ কৰি ৰখা বুলি অনুভৱ কৰিছিল। তেওঁ তাত পুৰণি বন্ধুৰ দলক লগ পাইছিল আৰু মিছ মেকলয়ড আৰু মিছ লেগেটকো লগ পাইছিল। তেওঁ ১৯০৭ চনৰ ডিচেম্বৰ আৰু নৱেম্বৰ মাহত এক দীঘলীয়া বক্তৃতাৰ যাত্ৰা আৰম্ভ কৰিছিল। তেওঁ নিজৰ স্কুলৰ বাবেও পূঁজি সংগ্ৰহ কৰাত লাগিছিল। নিউ ইয়ৰ্কত তেওঁ এম্মা

থাৰ্‌ছ্‌বী নামৰ এগৰাকী সুখ্যাত গায়িকাৰ লগত আছিল। এফ. আই. আলেকজেণ্ডাৰ নামৰ সেই সময়ৰ একৰাকী বিখ্যাত সাংবাদিকে তেওঁক লগ ধৰিছিল আৰু নিবেদিতাই তেওঁৰ ওপৰত কি গভীৰ ছাপ পেলাইছিল তাৰ বৰ্ণনা দি লেখি থৈ গৈছিল। নিউইয়ৰ্কতো তেওঁ ভাৰতৰ ধৰ্ম আৰু সংস্কৃতি আৰু পাশ্চাত্যৰ ভাবধাৰাৰ ওপৰত তাৰ প্ৰভাৱ সম্পৰ্কে বক্তৃতা দিছিল। তেওঁ আমেৰিকান লীগৰ প্ৰেছিডেণ্ট জে. টি. ছাদাৰলেণ্ডকো লগ পাইছিল যি ভাৰতৰ স্বাধীনতাৰ ফলীয়া লোক আছিল। তেওঁ ভাৰতীয় বিপ্লৱীসকলৰ মাজত ডঃ তাৰকনাথ দাস আৰু ডঃ ভূপেন্দ্ৰনাথ দত্তক লগ পাইছিল। ডঃ দত্তই এই স্বীকৃতি দিছিল যে নিবেদিতাই আমেৰিকাত তেওঁৰ শিক্ষাৰ বাবে ব্যৱস্থা কৰি দিছিল। আমেৰিকাত তেওঁ কৰা কামবোৰৰ এক বিশেষ কাম আছিল স্বামী বিবেকানন্দৰ চিঠিবোৰ সংগ্ৰহ কৰা। এইখিনি সময়ত ডঃ জে. চি. বসুৱে আমেৰিকান বিশ্ববিদ্যালয়বোৰত বক্তৃতা দি আছিল; নিবেদিতাই তেওঁৰ লগত ভাৰতলৈ উভতি যোৱাৰ ঠিক কৰি থৈছিল। পিছে তেওঁ খবৰ পাইছিল যে তেওঁৰ মাক কেঞ্চাৰ ৰোগত অসুস্থ হৈ পৰিছে আৰু খুব যন্ত্ৰণা পাই আছে। নিবেদিতাই ৰামকৃষ্ণ আৰু বিবেকানন্দৰ স্বৰ্গীয় জীৱনৰ কথা লেখি তেওঁক উৎসাহ দি সান্ত্বনাৰ চিঠি এখন প্ৰেৰণ কৰিছিল। ১৯০৯ চনৰ জানুৱাৰী মাহত তেওঁ আমেৰিকা এৰিছিল আৰু মাকৰ ৰোগশয্যাৰ ওচৰত পাইছিল। মাকে তেওঁক ওচৰত পাই সুখী অনুভৱ কৰিছিল আৰু ২৬ জানৱাৰীৰ দিনা শান্তিত চিৰনিদ্ৰাত ডুবিছিল। নিবেদিতাই তেওঁৰ ভায়েক ভনীয়েকৰ লগত আৰু কিছুদিন থাকিছিল। তেওঁ মাকক কথা দিছিল যে দেউতাকৰ ধৰ্মীয় বাণীবোৰ তেওঁ নতুনকৈ লেখি সজাই পৰাই উলিয়াব আৰু সেই প্ৰতিজ্ঞা ৰাখিছিল। তেওঁ মিঃ ষ্টাৰ্ডিলৈ স্বামী বিবেকানন্দই দিয়া চিঠিবোৰ সংগ্ৰহ কৰিছিল। এপ্ৰিল মাহত তেওঁ ভায়েক আৰু ভনীয়েকৰ লগত লগ লাগি মাকৰ ছাই ভস্ম আয়াৰ্লেণ্ডৰ গ্ৰেট চাৰিংটনলৈ লৈ গৈছিল আৰু তেওঁলোকৰ দেউতাকৰ ওচৰতে তাক স্থাপন কৰি থৈছিল। তেওঁলোকৰ দেউতাকৰ অন্ত্যোষ্টিক্ৰিয়াত যিসকল লোক উপস্থিত আছিল তাৰ কেইজনমান এই অনুষ্ঠানতো উপস্থিত আছিল। নিবেদিতাই মিছেছ বুললৈ তেওঁৰ এই সন্তোষৰ কথা লেখি জনাইছিল যে তেওঁৰ মাক দেউতাক একেলগে তেওঁলোকৰ পূৰ্বপুৰুষৰ বাসভূমিত শান্তিপূৰ্ণ প্ৰাকৃতিক পৰিবেশত ওচৰা ওচৰিকৈ চিৰ-নিদ্ৰাত শয়ন কৰি আছে। ভগিনী নিবেদিতা এতিয়া ভাৰতবৰ্ষলৈ উভতি যাবলৈ সাজু হৈছিল। বসুহঁত মাৰ্চ মাহত ইংলণ্ডলৈ উভতিছিল আৰু মে' মাহত যুৰোপলৈ যোৱাত মিছ মেকলয়ড, মিছেছ বুল আৰু ভগিনী নিবেদিতাও তালৈ গৈছিল। ১৯০৯ চনৰ দুই জুলাই তাৰিখে তেওঁলোক ভাৰতবৰ্ষলৈ উভতিছিল। পিছে সেই একেদিনাই ইণ্ডিয়া অফিচ'ৰ ছাৰ কাৰ্জন উইলি নামৰ এজন বিষয়াক এজন ভাৰতীয়ই লণ্ডনত হত্যা কৰিছিল আৰু এই খবৰটোৱে নিবেদিতাক অশান্ত কৰি তুলিছিল। ১৯০৯ চনৰ ওঠৰ জুলাই তাৰিখে অৱশেষত তেওঁ গৈ কলিকতা পাইছিল। তেওঁৰ বেচিভাগ জীৱনীকাৰে এই কথাত একমত যে এই

সময়ছোৱাত নিবেদিতাই আত্মগোপন কৰাৰ দৰে থাকিছিল, কাৰণ ব্ৰিটিছ্ পুলিচৰ চকুত তেওঁ সন্দেহ উদ্ৰেককাৰী ব্যক্তি আছিল। গতিকে স্বাভাৱিক কামকাজ আৰম্ভ কৰাৰ আগতে তেওঁ নিজৰ পথ ঠিক কৰি লৈছিল। পিছে তেওঁৰ ভাগাই তেওঁক বেচিকৈহে মুকলি ৰাজনীতিত জড়িত কৰি পেলাইছিল।

৮

# আত্মৰক্ষা

ই আছিল আলিপুৰ ষড়যন্ত্রৰ ঘটনাৰ দিন। চৰকাৰে দমন নীতি গ্রহণ কৰিছিল। অনুসন্ধান কার্য আৰু গ্রেপ্তাৰ চলি আছিল। বিপ্লৱীসকলে বোমা নিক্ষেপ কৰি আৰু বোমা তৈয়াৰ কৰি তাৰ প্রত্যুত্তৰ দিছিল। ১৯০৮ চনৰ মে' মাহৰ দিনা তথাকথিত মুৰাৰিপুকুৰ ৰ'ড ষড়যন্ত্র উদঘাটন কৰা হৈছিল। এই মোকৰ্দ্দমাটো ডেড় বছৰ জুৰি চলিছিল। বাৰীন্দ্র কুমাৰ ঘোষে তেওঁৰ ভায়েকৰ পৰা ৰাজনৈতিক প্রশিক্ষণ লাভ কৰিছিল। শ্রীঅৰবিন্দই তেওঁৰ পোন্ধৰ বছৰ বয়সত বিবেকানন্দক দেখিছিল আৰু দেশৰ যুৱকসকলক সংগঠিত কৰাত নিবেদিতাক সহায় কৰিছিল। তেওঁক আৰু উল্লাসকৰ দত্তক মৃত্যুদণ্ড বিহা হৈছিল আৰু পাছত আপীল সাপেক্ষে তেওঁলোকক নির্বাসন দণ্ড বিহা হৈছিল। বাকী আন তেৰজনকো কঠোৰ শাস্তি বিহা হৈছিল। চিত্তৰঞ্জন দাসৰ শক্তিশালী যুক্তিৰ কল্যাণতে অৰবিন্দই খালাছ পাইছিল। ভাৰতবর্ষলৈ উভতি ভগিনী নিবেদিতাই দেখিছিল যে তেওঁৰ বন্ধুবর্গৰ বহুতেই হয় আটক হৈছিল, নহয় জেললৈ গৈছিল, নহয় নির্বাসিত হৈছিল। তেওঁলোকৰ ভিতৰত এজন আছিল তিলক যাক মান্দালয় জেললৈ ছয় বছৰৰ বাবে পঠোৱা হৈছিল। কৃষ্ণ কুমাৰ মিত্র আৰু অন্যান্যসকলক বঙ্গদেশৰ পৰা নির্বাসন দিয়া হৈছিল। আন বহুতকো গ্রেপ্তাৰ কৰা হৈছিল আৰু বহুতো লুকাইছিল। নেতাৰ অভাৱত ৰাজনৈতিক আন্দোলনটো ক্ষতিগ্রস্ত হোৱাৰ দৰে হৈছিল। দেবব্রত আৰু শচীন নামৰ বিপ্লৱী দুজনৰ পৰা অভিযোগ প্রত্যাহাৰ কৰাৰ পাছত তেওঁলোকে বেলুৰ মঠত যোগদান কৰিছিল। তাৰ ফলত বেলুৰ মঠৰ ওপৰত পুলিচৰ চোকা পহৰা আৰম্ভ হ'ল। মঠৰ সভাপতি স্বামী ব্রহ্মানন্দই বাহিৰৰ মানুহৰ মঠত প্রবেশ নিষিদ্ধ কৰি দিলে আৰু নিবেদিতা কলিকতালৈ উভতি অহাৰ পাছত দ্বিতীয়বাৰ এই বিবৃতি দিলে যে নিবেদিতাৰ কোনো কামৰ বাবেই মঠ জগৰীয়া নহয়। নিবেদিতাই তেওঁৰ স্কুলত অৰবিন্দৰ মুক্তিৰ উৎসৱ পাতিলে। এই সময়ত শ্রীঅৰবিন্দই যেন অধিক আধ্যাত্মিক শক্তি আহৰণ কৰিব পাৰিছিল আৰু গীতা আৰু উপনিষদৰ পৰা সাহায্য লৈ যি যৌগিক সাধনা লাভ কৰিছিল সেই বিষয়ে লেখিছিল। তেওঁ জেলত থাকোতে বিবেকানন্দৰ মাত শুনা বুলি আৰু পোন্ধৰ দিন জুৰি তেওঁৰ উপস্থিতি অনুভৱ কৰা বুলি দাবী

কৰিছিল। এই কালছোৱাত তেওঁ ইংৰাজীত 'কৰ্মযোগ' আৰু বাংলাত 'ধৰ্ম' নামৰ দুখন আলোচনী প্ৰকাশ কৰিছিল। জাতীয় প্ৰচেষ্টাত শক্তি যোগোৱাৰ বাবে ধৰ্ম আৰু ৰাজনীতিৰ সংমিশ্ৰণ কৰাই এই আলোচনী দুখনৰ উদ্দেশ্য বুলি তেওঁ জনাইছিল। নিবেদিতাই নিয়মিত ভাবে এই কাগজ দুখনত লেখিছিল। অৰবিন্দই নিজেই এই কথা স্বীকাৰ কৰিছিল যে ভাৰতবৰ্ষই নিজৰ পুৰ্নপ্ৰতিষ্ঠাৰ বাবে দক্ষিণেশ্বৰৰ অশিক্ষিত মহাপুৰুষ ৰামকৃষ্ণৰ পৰাই শিক্ষা লাভ কৰিছিল। তেওঁ এই কথাত জোৰ দিছিল যে আচল কাম আৰম্ভ হোৱাই নাই, বিবেকানন্দৰ বাণীও কাৰ্যত পৰিণত হবলৈ এতিয়াও বাকী আছে। নিবেদিতাই লক্ষ্য কৰিছিল যে অৰবিন্দই প্ৰাচীন সাধু সন্ন্যাসীসকলৰ দৰে আধ্যাত্মিক শক্তি সংগ্ৰহ কৰাত মনোনিবেশ কৰি কৰ্মৰ পথ ক্ৰমে পৰিহাৰ কৰিব ধৰিছে। চৰকাৰে তেওঁৰ আৰু তেওঁৰ কাগজৰ বিৰুদ্ধে কাৰ্যপন্থা ল'ব ওলোৱাৰ বাতৰি অহাৰ সময়ত 'কৰ্মযোগী'ৰ উনচল্লিছটা সংখ্যা প্ৰকাশ হৈছিল। নিবেদিতাই তেতিয়া অৰবিন্দক ঘেৰি থকা ৰাজনৈতিক দলটোৰ ওচৰলৈ সঘনে যাতায়ত কৰিছিল। এটা খবৰ ওলাল যে অৰবিন্দক নিৰ্বাসন দিয়া হ'ব; তেতিয়া নিবেদিতাই তেওঁক দেশ এৰি যাবলৈ উপদেশ দিলে। কিন্তু তেওঁ 'কৰ্মযোগী'ত জাতিৰ প্ৰতি তেওঁৰ দায়িত্ব থকা বুলি যি বিবৃতি দিছিল তাৰ ফলত নিৰ্বাসন দণ্ড কিছুদিনলৈ স্থগিত কৰি ৰখা হৈছিল। পিছে তাৰ কিছুদিন পাছতেই 'কৰ্মযোগী'ৰ এজন কৰ্মী ৰামচন্দ্ৰ মজুমদাৰে এই খবৰ দিছিল যে শ্ৰীঅৰবিন্দক অলপতে গ্ৰেপ্তাৰ কৰিব। তেতিয়া আৰু অলপো সময় নষ্ট কৰিব নোৱাৰি। ১৯১০ চনৰ ফেব্ৰুৱাৰী মাহত অৰবিন্দ ফৰাছী উপনিবেশ চন্দন নগৰলৈ গুচি গৈছিল। তেওঁৰ অবৰ্তমানত যেন নিবেদিতাই কাকতখনৰ সম্পাদনাৰ ভাৰ লয় এই মৰ্মে বাৰ্তা এটা ৰাখি থৈ গৈছিল। নিবেদিতাই ১৪ ফেব্ৰুৱাৰীৰ সৰস্বতী পূজাৰ দিনা চন্দন নগৰত অৰবিন্দক লগ পাইছিল। সেই মাহৰে ২৭ তাৰিখে আকৌ তেওঁ অৰবিন্দক লগ পাইছিল। তেওঁ ১৯১০ চনত 'কৰ্মযোগী' বন্ধ হৈ নোযোৱালৈকে তাৰ সম্পাদনাৰ কাম চলাই গৈছিল। তেতিয়া শ্ৰীঅৰবিন্দ পণ্ডিচেৰী পাইছিলগৈ। 'কৰ্মযোগী'ৰ এটা সংখ্যাত নিবেদিতাই এনে এটা বিবৃতি প্ৰকাশ কৰিছিল যাক এক ধৰ্মীয় অনুশাসন বুলিও অভিহিত কৰিব পাৰি। সেই বিবৃতিটোৰ কথাখিনি এনে ধৰণৰ ঃ

"মই বিশ্বাস কৰো যে ভাৰতবৰ্ষ এক, অবিভাজ্য, অনমনীয়।

জাতীয় ঐক্য সৰ্বসাধাৰণৰ গৃহ, সৰ্বসাধাৰণৰ স্বাৰ্থ আৰু সৰ্বসাধাৰণৰ প্ৰেমৰ ভিত্তিত গঢ়ি উঠে।

মই বিশ্বাস কৰো যে বেদ আৰু উপনিষদত, ধৰ্ম আৰু সাম্ৰাজ্যবোৰ গঢ়াত, পণ্ডিতৰ জ্ঞানত আৰু ধৰ্মদূতৰ ধ্যানত যি সত্যই ভূমুকি মাৰিছিল, সেই সত্য পুনৰ আমাৰ মাজত জন্ম লাভ কৰিছে আৰু বৰ্তমান তাৰ নাম হ'ল জাতীয়তাবোধ।

মই বিশ্বাস কৰো যে বৰ্তমান ভাৰতবৰ্যৰ শিপা অতীতত গভীৰ ভাৱে পোত খাই আছে আৰু ভাৰতবৰ্ষৰ সন্মুখত এক গৌৰৱময় ভৱিষ্যত জিলিকি আছে।

অ' জাতীয়তাবোধ, তুমি মোৰ ওচৰলৈ আনন্দ বা বিষাদ, সম্মান বা লাজ হৈ আহা! মোক তোমাৰ আপোন কৰি লোৱা!"

ইতিমধ্যেই নিবেদিতা অনবৰত পুলিচৰ চোকা নজৰত আছিল। এনেকি তেওঁৰ সাধাৰণ চিঠিপত্ৰবোৰো খুলি চোৱা হৈছিল যাৰ বাবে তেওঁ পোষ্টমাষ্টাৰ জেনেৰেলৰ ওচৰত প্ৰতিবাদ কৰিব লগীয়া হৈছিল। মাৰ্চ মাহৰ দহ তাৰিখে তেতিয়াৰ বৰলাটৰ ঘৈণীয়েক লেডী মিণ্টোৱে নিবেদিতাৰ স্কুলত গৈ তেওঁক নিজৰ পৰিচয় গোপন কৰি দেখা কৰিছিল আৰু স্কুল এৰি যোৱাৰ আগতেহে নিবেদিতাৰ আগত নিজৰ পৰিচয় প্ৰকাশ কৰিছিল। নিবেদিতাই তেওঁৰ এই আগমনক এক পুলকমিশ্ৰিত চমক হিচাপে গ্ৰহণ কৰিছিল। পিছত লেডী মিণ্টোৱে নিবেদিতাই তেওঁৰ মনত বহুৱা গভীৰ ছাপৰ কথা লেখি থৈ গৈছিল। তেওঁ বেলুৰ মঠলৈও গৈছিল আৰু পিছত দক্ষিণেশ্বৰলৈ যাওঁতে লগত নিবেদিতা আৰু ছিষ্টাৰ ক্ৰিষ্টিনকো লৈ গৈছিল। তেওঁ নিবেদিতাক চাহৰ নিমন্ত্ৰণ কৰি গৱৰ্ণমেণ্ট হাউছলৈ মাতিছিল আৰু তাত নিবেদিতাৰ ওপৰত থকা পুলিচৰ চোকা নজৰক লৈ নিজৰ উদ্বেগ প্ৰকাশ কৰিছিল। তেওঁ নিবেদিতাক পুলিছ কমিছনাৰক দেখা কৰিবলৈ কৈছিল আৰু নিবেদিতায়ো তেওঁৰ সেই উপদেশ মান্য কৰিছিল।

ইয়াৰ আগতেও ১৯০৯ চনৰ নৱেম্বৰ মাহত লেবাৰ পাৰ্টিৰ নেতা আৰু ইংলণ্ডৰ ভৱিষ্যৎ প্ৰদান মন্ত্ৰী ৰামছে মেকডোনাল্ড কলিকতালৈ অহাত নিবেদিতাক দেখা কৰিছিল। তেওঁৰো ওপৰত নিবেদিতাই গভীৰ ভাৱে ছাপ বহুৱাইছিল আৰু নিবেদিতাৰ লগত তেওঁ ভাৰতীয় ধৰ্ম আৰু দৰ্শন সম্পৰ্কে আলোচনা কৰিছিল।

পিছে 'কৰ্মযোগী' বন্ধ হৈ যোৱাত নিবেদিতা এক প্ৰকাৰ শান্ত সমাহিত হৈ পৰিছিল। তেওঁৰ ভাৰতবৰ্ষৰ স্বাধীনতা লাভৰ হকে যি গভীৰ দায়বদ্ধতা, সি আছিল ভাৰতীয় জীৱন প্ৰবাহৰ সতে তেওঁ সম্পূৰ্ণ লীন হৈ যোৱাৰে এক প্ৰতিফলন। এতিয়া পুনৰ তেওঁ গুৰুৰ বাণী অনুযায়ী অতি গভীৰলৈ প্ৰবেশ কৰা যেন অনুভৱ কৰিছিল। বাকী আন যিয়েই তেওঁ নকৰক বা কৰিবলৈ চেষ্টা নকৰক, স্কুলটোৱেই আছিল তেওঁৰ প্ৰধান চিন্তাৰ বিষয় আৰু এই স্কুলটোৰ আৰু তাৰ ছাত্ৰীবোৰক তেওঁ মৰম আৰু যত্নেৰে চলাইছিল। তেওঁ য়ুৰোপৰ পৰা উভতি অহাৰ পিছত ইমান দিন তেওঁৰ অনুপস্থিতিত স্কুল চলাই থকা ভগিনী ক্ৰিষ্টিনে তেওঁক স্কুলৰ ভাৰ সমৰ্পণ কৰি কিছুদিনৰ বাবে ছুটী লৈ গৈছিল। পুষ্প দেৱী নামৰ এগৰাকী শিক্ষয়িত্ৰী কিছুদিনৰ বাবে স্কুলত আছিল। কিন্তু আগতে উল্লেখ কৰি অহা বিপ্লৱী দেৱব্ৰতৰ—যি পিছত বেলুৰ মঠত যোগদান কৰিছিল—ভণীয়েক সুধীৰাইহে স্কুলৰ কামত দেহমন সঁপি দিছিল। ভগিনী নিবেদিতাৰ স্কুলখন চলোৱাৰ প্ৰধান অসুবিধা আছিল আৰ্থিক। তেওঁ মিছেছ বুলৰ কন্যা অলিয়াৰ পৰা কিছু সাহায্য পাইছিল, কিন্তু সি যথেষ্ট নাছিল। ইতিমধ্যে প্ৰতিষ্ঠিত হোৱা দুটা শাখা স্কুল বন্ধ কৰি দিয়া হৈছিল। এই সময়ত ছাত্ৰীৰ সংখ্যা আছিল প্ৰায় ৭০ গৰাকী। নিবেদিতাই তেওঁলোকক ভূগোল, বুৰঞ্জী, অংকন আৰু চিলাইৰ শিক্ষা দিছিল। তেওঁ

খুব শৃংখলাৱদ্ধতা মানি চলিছিল আৰু প্ৰত্যেক ছাত্ৰীৰ প্ৰতি তেওঁ যি মনোযোগ দিছিল তাৰ ফলতে শৃংখলা মনাই চলাটো সহজ হৈ পৰিছিল। ছাত্ৰীবোৰে সজা পুতলা আৰু সিহঁতে অঁকা ছবিবোৰ তেওঁ প্ৰদৰ্শন কৰি থৈছিল আৰু যিদিনা বিখ্যাত শিল্প ৰসজ্ঞ আনন্দ কুমাৰ স্বামীয়ে স্কুলটো চাবলৈ আহিছিল আৰু এজনী ছাত্ৰীয়ে অঁকা আল্পনা চাই প্ৰশংসা কৰিছিল, সিদিনা তেওঁৰ আনন্দৰ পাৰ নোহোৱা হৈছিল। তেওঁ স্কুলৰ পাঠ্যক্ৰমত সংস্কৃত সুমুৱা আৰু তালৰ পাতত ছাত্ৰীসকলে সংস্কৃত লেখা সম্ভাৱনাটোত উৎফুল্ল হৈ উঠিছিল। তেওঁ ছাত্ৰীবোৰক ধৰ্মীয় আৰু ঐতিহাসিক ঠাইবোৰলৈ ফুৰাবলৈ নিয়াৰ আঁচনি কাৰ্যকৰী কৰিব নোৱাৰিলে, কিন্তু তেওঁ চিৰিয়াখানা, যাদুঘৰ, দক্ষিণেশ্বৰ আৰু আন তেনে ধৰণৰ ঠাইবোৰলৈ ছাত্ৰীসকলক লৈ গৈছিল। সেই ঠাইবোৰৰ বৈশিষ্ট্যৰ তেওঁ কৰা ব্যাখ্যাই ভ্ৰমণবোৰ অধিক আকৰ্ষণীয় কৰি তুলিছিল। তেওঁ ছাত্ৰীসকলৰ মাজত নিজ দেশ ভাৰতবৰ্ষৰ প্ৰতি প্ৰেমৰ ভাব সুমুৱাই দিবলৈ সততে চেষ্টা কৰিছিল। তেওঁ ছাত্ৰীসকলক মাজে সময়ে ব্ৰাহ্ম গাৰ্লছ্ হাইস্কুললৈও নিছিল যাতে ওচৰৰ গ্ৰীন পাৰ্কত চলা দেশপ্ৰেমমূলক বক্তৃতাবোৰ সিহঁতেও শুনিবলৈ পায়। তেওঁ 'স্বদেশী প্ৰদৰ্শনী'ত ছাত্ৰীসকলৰ হাতৰ কামবোৰ প্ৰদৰ্শন কৰাৰ ব্যৱস্থা কৰিছিল আৰু স্কুলত সূতা কটাৰ ক্লাছৰ প্ৰচলন কৰিছিল। যদিও চৰকাৰে 'বন্দে মাতৰম' গীত গোৱা নিষিদ্ধ কৰি দিছিল, তেওঁ কিন্তু ছাত্ৰীসকলক নিয়মিত ভাৱে সেই গীত গোৱাইছিল। তেওঁ সিহঁতৰ লগত বিবেকানন্দৰ জীৱনী পঢ়িছিল আৰু বেলুৰ মঠ আৰু 'পবিত্ৰ মাতৃ'ৰ ওচৰলৈ নিছিল। তেওঁ স্কুলৰ শিশু ছাত্ৰীসকলৰ মাজত থকা বিধবাসকলৰ প্ৰতি বিশেষ যত্ন লৈছিল। মুঠতে তেওঁ স্কুলখন এনেকৈ গঢ়ি তুলিছিল যাতে ছাত্ৰীসকলে তাত কেৱল পাঠকে নপঢ়ে লগতে যাতে মানসিক আশ্ৰয় আৰু আশ্বাস লাভ কৰে। সকলো দুখ কষ্ট অসুবিধা স্বত্বেও নিবেদিতাই স্কুলখনৰ কামত পৰম শান্তি অনুভৱ কৰিছিল।

গাঁৱৰ ঘৰৰ পৰা যেতিয়াই কলিকতালৈ ফুৰিবলৈ আহিছিল তেতিয়াই মাতৃ সাৰদামণি তেওঁৰ স্কুলটোলৈ আহিছিল। নিবেদিতায়ো তেওঁক দেখা কৰিবলৈ ত্ৰুটি কৰা নাছিল, বিশেষকৈ কলিকতা এৰি বাহিৰলৈ ভ্ৰমণ কৰিবলৈ যোৱাৰ সময়ত। তেওঁ 'পবিত্ৰ মাতৃ'ক যথাযথ নিয়মেৰে সম্বৰ্দ্ধনা জনাইছিল। 'মাতৃ'ৰ প্ৰতি তেওঁৰ আছিল এক অপৰিসীম ভক্তি, আনহাতে মাতৃৰো তেওঁৰ প্ৰতি অপৰিসীম স্নেহ আছিল। নিবেদিতাই তেওঁক স্বাচ্ছন্দ্যত ৰাখিবলৈ যথাসাধ্য চেষ্টা কৰিছিল। কিন্তু টকাৰ অভাৱত তেওঁ মাতৃক যিখিনি যত্ন কৰিবলৈ বিচাৰিছিল তাক কৰিব নোৱাৰাত মনত বৰ দুখ অনুভৱ কৰিছিল। মাতৃক তেওঁ নিজৰ মাক হিচাপেই সম্বোধন কৰিছিল আৰু সাৰদামণিয়েও তেওঁক নিজৰ জীয়েক হেন জ্ঞান কৰিছিল। এই আত্মীয়ৰ ভাৱ নিবেদিতা বিদেশলৈ যোৱাৰ সময়ত চিঠিপত্ৰৰ দ্বাৰাও অক্ষুণ্ণ থাকিছিল। তেওঁ মাতৃৰ লগত কথা ক'ব পৰাকৈ আৰু ছাত্ৰীসকলক পঢ়ুৱাৰ জোখাৰে বঙালী জানিছিল। স্বামী বিবেকানন্দই ভাৰতীয় নাৰীৰ হকে কাম কৰিবলৈকে মাৰ্গাৰেট ন'বলক ভাৰতলৈ আহিবলৈ আহ্বান

কৰিছিল। মাতৃ সাৰদামণি আছিল আদৰ্শ ভাৰতীয় নাৰীৰ প্ৰতিমূৰ্তি আৰু ভগিনী নিবেদিতাই তেওঁ বিচৰা সকলো ধৰণৰ সান্ত্বনাই তেওঁৰ মাজত বিচাৰি পাইছিল। তেওঁ এতিয়া জীৱনৰ এনে এটা স্তৰত উপনীত হৈছিল য'ৰ পৰা তেওঁ অনন্তৰ আহ্বান শুনিবলৈ পাইছিল আৰু তাক অনুভৱ কৰি তেওঁ আপোন বুলি গ্ৰহণ কৰা দেশখনৰ জীৱন ধাৰাৰ লগত ওতঃপ্ৰোত ভাবে মিলি গৈছিল।

# অন্তিম যাত্ৰা

ভগিনী নিবেদিতাই এনে এক যাত্ৰাপথত আগবাঢ়িছিল যাৰ দ্বাৰা তেওঁ ভাৰতৰ অনন্ত জীৱন বুলি গণ্য কৰা জীৱনৰ সতে তেওঁৰ আত্মীকৰণ সম্পূৰ্ণ হৈ গৈছিল। ডঃ জে. চি. বসু, শ্ৰীমতী বসু আৰু তেওঁলোকৰ ভতিজাক অৰবিন্দ মোহন বসুৰ দ্বাৰা পৰিবেষ্টিত হৈ তেওঁ কেদাৰনাথ আৰু বদ্ৰিনাৰায়ণলৈ যাত্ৰা কৰিছিল। তেওঁলোকে হৰিদ্বাৰ হৈ তালৈ যাত্ৰা কৰিছিল আৰু শ্ৰীনগৰ হৈ উভতিছিল। নিবেদিতাই ভাৰতবৰ্ষৰ সাধাৰণ জীৱনৰ মাজত আধ্যাত্মিকতাৰ যি সোৱাদ পাব পাৰি তাক পৰিপূৰ্ণ ভাবেই পাইছিল। তেওঁ নিজ অভিজ্ঞতাৰ কথা 'মডাৰ্ণ' ৰিভিউ'ত এটা প্ৰবন্ধৰ যোগেদি বৰ্ণনা কৰিছিল আৰু পাছত "কেদাৰনাথ আৰু বদ্ৰীনাৰায়ণ ঃ এক তীৰ্থযাত্ৰীৰ দিনপঞ্জী" নাম দি তাক এখন কিতাপৰ আকাৰত প্ৰকাশ কৰিছিল।

উভতি অহাৰ পাছত তেওঁৰ বিশেষ হিতাকাংক্ষী মিছেছ ছাৰা বুলৰ গুৰুতৰ অসুখৰ বাতৰি পাইছিল। স্বামী বিবেকানন্দই 'ধীৰ মাতা' নামেৰে অভিহিত কৰা এই গৰাকী মহিলাই নিবেদিতাক স্কুল চলোৱাত, তেওঁৰ লেখাবোৰ প্ৰকাশ কৰাত আৰু ডঃ জে. চি. বসুক তেওঁৰ কামত সহায় কৰিছিল। নিবেদিতাই এই সময়ত মনৰ ভিতৰত মৃত্যুৰ আগ জাননী পাইছিল আৰু তেওঁৰ কাম অসম্পূৰ্ণ হৈ ৰোৱাৰ চিন্তাৰ কথাৰে ছাৰা বুললৈ চিঠি লেখিছিল। কিন্তু সচৰাচৰ নিয়মমতে পূজাৰ বন্ধত দাৰ্জিলিঙলৈ যোৱাৰ পাছত তেওঁ এখন টেলিগ্ৰাম যোগে খবৰ পাইছিল যে মিছেছ ছাৰা বুলৰ অৱস্থা সংকটজনক আৰু তেওঁক এবাৰ লগ পাব বিচাৰিছে। গতিকে নিবেদিতাই খৰধৰকৈ জাহাজেৰে গৈ তেওঁৰ মৃত্যুশয্যাৰ ওচৰ চাপিছিল আৰু অন্তিম সময়লৈকে তেওঁৰ ওচৰত আছিল। তেওঁ স্বামীজীৰ লেখাৰ পৰা মিছেছ বুলক পঢ়ি শুনাইছিল আৰু ভাৰতবৰ্ষত তেওঁলোক একেলগে থকা দিনবোৰৰ কথা সুঁৱৰিছিল। এই সময়তে তেওঁ "নাৰীৰ বৰ্তমান অৱস্থা" নামৰ প্ৰবন্ধ এটা লেখি লণ্ডনৰ ইউনিভাৰ্ছেল ৰেচ্ কংগ্ৰেছলৈ পঠিয়াইছিল। কিন্তু তেওঁৰ সমস্ত চিন্তা ভাবনা মিছেছ বুলক ঘেৰি আৱৰ্তিত হৈছিল আৰু এদিনাখন যেতিয়া স্থানীয় গীৰ্জাত ছাৰাৰ হকে প্ৰাৰ্থনা কৰি আছিল তেতিয়া তেওঁ দেখিছিল যে 'পবিত্ৰ মাতৃ' যেন মেডোনাহে। তেওঁ তেতিয়া 'মাতৃ'লৈ এখন চিঠি

লেখিছিল। পিছে আনহাতে আকৌ এই দিনবোৰ তেওঁৰ বাবে বৰ অশান্ত দিনো আছিল। মিছেছ বুলৰ ভায়েক মিঃ ই. জি. থৰ্প আৰু তেওঁৰ জীয়েক অলিয়া সেই সময়ত তাতে আছিল আৰু পাছত নিবেদিতাৰ প্ৰতি তেওঁলোকৰ খুব বৈৰীতা উপজিছিল। অলিয়াই সন্দেহ কৰিছিল যে নিবেদিতাই মাকৰ ধন সম্পত্তি আত্মসাৎ কৰিবলৈহে তালৈ আহিছে। ১৯১১ চনৰ ১৮ জানুৱাৰীৰ দিনা মিছেছ বুলৰ মৃত্যু হৈছিল। লগে লগেই নিবেদিতাৰ ভাৰতবৰ্ষলৈ উভতি যোৱাৰ ইচ্ছা হৈছিল, কিন্তু মিছেছ বুলৰ উইলত থকা তেওঁৰ ভাগৰ পৰিমাণ চাবলৈকে তেওঁ থাকি গৈছিল। তেওঁ মিছেছ এলিচ লংফেলো নামৰ আন এগৰাকী বন্ধুৰ ঘৰলৈ বাসস্থান সলনি কৰিছিল। পিছে অলিয়াই মাকৰ উইলক লৈ মোকৰ্দমা আৰম্ভ কৰিছিল আৰু নিবেদিতাই মিঃ থৰ্পৰ হাতত সমস্ত ভাৰ এৰি দি আমেৰিকা এৰি যোৱাৰ সিদ্ধান্ত কৰিছিল। এই সময়তে তেওঁ মৰ্মান্তিক খবৰ এটা পাইছিল যে স্বামী বিবেকানন্দৰ মৃত্যুৰ সময়ৰে পৰা তেওঁৰ বন্ধু, সহকৰ্মী আৰু সংগী হৈ থকা স্বামী সদানন্দৰ মৃত্যু ঘটিছে। নিবেদিতা আমেৰিকালৈ যোৱাৰ আগলৈকে তেওঁৰ অসুখৰ চোৱা মেলা কৰিছিল। ভাৰতলৈ উভতি যোৱাৰ পথত তেওঁ ৰেটক্লিফ আৰু অন্যান্য বন্ধু বান্ধৱবোৰক ইংলণ্ডত আৰু মিছ মেকলয়ড আৰু মিছেছ লেগেটক পেৰিছত লগ ধৰি গৈছিল। এয়ে আছিল বন্ধুসকলৰ লগত তেওঁৰ শেষ সাক্ষাৎ। তেওঁ ১৯১১ চনৰ মাৰ্চ মাহৰ ২৩ তাৰিখৰ দিনা মাৰ্ছেইলছ্‌ৰ পৰা যাত্ৰা আৰম্ভ কৰিছিল আৰু সাত এপ্ৰিলৰ দিনা মুম্বাই পাই কলিকতালৈ যাত্ৰা কৰিছিল। তাত তেওঁ দক্ষিণ ভাৰতৰ ভ্ৰমণ এটা সমাপ্ত কৰি কলিকতালৈ অহা 'মাতৃ'ক লগ পাইছিল। তেওঁ বেলুৰ মঠত স্বামী ব্ৰহ্মানন্দ আৰু স্বামী তুৰীয়ানন্দক সাক্ষাৎ কৰিছিল। মৃত্যুৰ আগজাননীৰ ভাৱটো তেওঁৰ মনত ক্ৰমে বেচি গভীৰ হৈ আহিছিল আৰু এই চিন্তাটোৱে তেওঁক অশান্তি দিছিল যে বিবেকানন্দই তেওঁৰ পৰা বিচৰা মতে কাম কৰি যাবলৈ তেওঁ সমৰ্থ নহ'ব। এই সময়ত তেওঁ ডঃ জে. চি. বসু, শ্ৰীমতী বসু আৰু তেওঁলোকৰ ভতিজাক অৰবিন্দ বসুৰ লগত মায়াবতী আশ্ৰমলৈ গৈছিল। তেওঁ ডঃ বসুক তেওঁৰ নতুন কিতাপখন লিখাতো সহায় কৰিছিল। তেওঁ অদ্বৈত আশ্ৰমত এটা বক্তৃতা দিছিল আৰু নিবেদিতায়ো 'বৌদ্ধিক সংস্কৃতি'ৰ বিষয়ে আশ্ৰমৰ অধিবাসীসকলৰ আগত কিছু কথা কৈছিল। তেওঁলোকে জুলাই মাহৰ তিনি তাৰিখে কলিকতালৈ উভতি আহিছিল। এই সময়ত নিবেদিতা স্কুলৰ ভৱিষ্যৎ লৈ বৰ চিন্তিত হৈ পৰিছিল, কাৰণ মিছেছ বুলৰ উইলৰ পৰা আশা কৰা মতে কোনো উত্তৰাধিকাৰৰ ভাগ তেওঁ নাপালে। তেওঁ অতি সহজেই চৰকাৰী সাহায্য পাব পাৰিলেহেঁতেন, তাৰোপৰি লেডী মিণ্টোৱেও তেওঁক সেই বিষয়ত সাহায্য কৰিব পাৰিলেহেঁতেন, কিন্তু নিবেদিতাই কোনো বিদেশী চৰকাৰৰ পৰা সাহায্য নোলোৱাৰ নীতি গ্ৰহণ কৰিছিল। সঁচাকৈয়ে জাতীয় চৰকাৰ গঠন নোহোৱালৈকে ছিষ্টাৰ নিবেদিতা গাৰ্লছ হাইস্কুলে কোনো চৰকাৰী সাহায্য গ্ৰহণ নকৰিছিল। পিছে কিছুদিনৰ পাছত মিঃ থৰ্পে খবৰ দিছিল যে মিছেছ বুলৰ উইল অনুযায়ী তেওঁৰ

স্কুলখনে কিছু টকা পাব। এইটো এক ডাঙৰ স্বস্তিৰ খবৰ আছিল। পিছে এই সময়ছোৱাত নিবেদিতাই কেবাটাও মৃত্যুৰ দুখ পাবলগীয়া হৈছিল। বিবেকানন্দৰ মাক ভূবনেশ্বৰী দেবীৰ মৃত্যু হোৱাৰ সময়ত নিবেদিতা তেওঁৰ মৃত্যু শয্যাৰ ওচৰত আছিল। মিছেছ বুলৰ জীয়েক অলিয়াৰ হঠাৎ মৃত্যুৰ বাতৰি আহিছিল। যদিও অলিয়াই তেওঁৰ প্রতি বিৰূপ মনোভাৱ পোষণ কৰিছিল, তথাপিও এই খবৰটোৱে নিবেদিতাক গভীৰ আঘাত দিছিল। আন এক আঘাত আছিল স্বামী বিবেকানন্দৰ বিশ্বস্ত আৰু অনুগামী সংগী স্বামী ৰামকৃষ্ণানন্দৰ মৃত্যু। মাদ্রাজলৈ যোৱাৰ সময়ত নিবেদিতা এওঁৰ সংস্পর্শলৈ আহিছিল আৰু যাৰ আধ্যাত্মিকতাই তেওঁক খুব মুগ্ধ কৰিছিল। এই সময়ত আন এক ধৰণৰ দুর্ভাগ্যায়ো নিবেদিতাক লগ দিছিল। ছিষ্টাৰ ক্রিষ্টিন্ আমেৰিকালৈ ফুৰিবলৈ গৈছিল আৰু উভতি অহাৰ পিছত মায়াবতীলৈ গৈছিল। নিবেদিতা তালৈ যাওঁতে তেওঁ জনাইছিল যে তেওঁ আৰু নিবেদিতাৰ লগত নাথাকে, ব্রাহ্ম বালিকা স্কুলত হে কাম কৰিব। নিবেদিতাই সদায়ে ক্রিষ্টিনৰ বিষয়ে উচ্চ প্রশংসাৰ ধাৰণা পোষণ কৰি চলিছিল আৰু তেওঁক খুব প্রশংসা কৰি মানুহৰ আগত কৈছিল বা তেওঁৰ বিষয়ে তেনেকৈ লেখিছিল। কিন্তু এতিয়া ক্রিষ্টিনৰ তেওঁৰ বাবে অজ্ঞাত কাৰণৰ বিৰূপ ভাৱে নিবেদিতাৰ মনটো অতি বেচি দমাই পেলাইছিল। নিবেদিতাৰ যদিও নিজৰে বহুত লেখাৰ কাম আছিল আৰু ডঃ বসুক সহায় কৰিব লগা আছিল, তথাপিও স্কুলখনৰ বাবে তেওঁ বহুত পৰিশ্রম কৰিছিল। ইয়াৰ পাছতো আন এটা আঘাত আছিল সুধীৰাই তেওঁৰ স্কুল এৰি থৈ ব্রাহ্ম বালিকা স্কুলত যোগদান কৰাটো,—হয়তো ক্রিষ্টিনৰ প্রভাৱতে। নিবেদিতাই তেওঁক ঘূৰাই অনাৰ বাবে কৰা চেষ্টা ব্যর্থ হৈছিল। ক্রিষ্টিন বা সুধীৰা কোনেও আৰু ইয়াৰ পাছত নিবেদিতাক লগ পোৱা নাছিল, কাৰণ কিছুদিন পিছত যেতিয়া তেওঁলোকে দাৰ্জিলিঙত নিবেদিতাৰ অসুখৰ খবৰ পাই তেওঁক চাবলৈ তালৈ যাব খুজিছিল, তেতিয়া বহুত পলম হৈ গৈছিল।

দাৰ্জিলিঙলৈ যোৱাৰ আগতে ভগিনী নিবেদিতাই বহুতকে বিদায় সম্ভাষণ জনাই গৈছিল। তেওঁ তেতিয়া খুব অসুস্থ হৈ থকা, অথচ সেই অৱস্থাতো 'তপোবল' নামৰে নাটক এখন লেখি থকা বিখ্যাত নাট্যকাৰ গিৰিশচন্দ্র ঘোষকো দেখা কৰি গৈছিল। নিবেদিতাই দাৰ্জিলিঙৰ পৰা আহি সেই নাটকখন পঢ়াৰ আগ্রহ প্রকাশ কৰিছিল আৰু দাৰ্জিলিঙত নিবেদিতাৰ মৃত্যু হোৱা বাতৰি পাই গিৰিশচন্দ্রই নাটকখন তেওঁৰ নামত উছর্গা কৰিছিল। তেওঁ 'পবিত্র মাতৃ' বাসস্থানলৈ গৈ গোলাপ-মা, যোগীন-মা আৰু স্বামী সাৰদানন্দকো দেখা কৰি আহিছিল। তাৰ পাছত তেওঁ বসু পৰিয়ালৰ লগত দাৰ্জিলিঙলৈ গৈছিল। তাত প্রথমৰ দিন কেইটা বেচ শান্তিৰেই অতিবাহিত হৈছিল। তেওঁলোকে দূৰৰ ছন্দক ফু-গিৰিশৃংগলৈ যোৱাৰ পৰিকল্পনা এটা কৰিছিল, কিন্তু যাত্রাৰ দিনা নিবেদিতাৰ তেজ গ্রহণী আৰম্ভ হ'ল। সেই সময়ৰ আগশাৰীৰ ডাক্তৰ নীলৰতন সৰকাৰ দাৰ্জিলিঙতে আছিল, কিন্তু ডাক্তৰী চিকিৎসাৰ একো ফল নধৰিল। নিবেদিতাই

অৱশ্যে আসন্ন মৃত্যুৰ আগে আগে সাহসেৰে যুঁজ দিছিল। তেওঁ পূৰ্বতেই মৃত্যুৰ বিষয়ে যি লেখি থৈ গৈছিল তাৰপৰা তেওঁ বুজিব পাৰিছিল বুলি অনুমান কৰিব পাৰি ঃ

"যোৱা ৰাতি মই ভাবিছিলোঁ যে এই পদাৰ্থৰে গঠিত এই জগতখনৰ লগত সাঙোৰ খাই থকা, ইয়াৰ গভীৰৰ পৰা গভীৰলৈ প্ৰবেশ কৰা আন কিবা এটা থাকিব পাৰে—হয়তো ই মন, নহয় বা ধ্যান, মুঠতে যেয়ে যি ধৰণে ভাৱক—এই কিবাটোৱে বোধহয় মৃত্যু। ই ঠাই সলনি কৰিবৰ বাবে নাহে—কাৰণ ইয়াৰ শাৰিৰীক অস্তিত্ব নাই যেতিয়া কোনো স্থানৰো প্ৰশ্ন নুঠে—ই আহে অস্তিত্বৰ সেই অৱস্থাৰ গভীৰৰ পৰা গভীৰলৈ প্ৰবেশ কৰিবলৈ যেতিয়া শৰীৰটোক কল্পনাশক্তিৰ পৰা ক্ৰমে মুক্ত কৰি অনা হয়। আমাৰ মৃত সকল শাৰীৰিক ভাবে আমাৰ ওচৰতে আছে—এনে ভাবে আমাক সান্ত্বনা দিয়ে, লগতে মৃতসকলৰ বিশালতা, বিৰাট মুক্তি আৰু শান্তিৰ কথাও আমি জানো।

আৰু এই দৰেই মই বিশ্বজনীনতাক সীমাৱদ্ধতাৰ লগত সাঙোৰ খাই থকা বুলি জানো আৰু এই দুয়োবিধৰ সীমাতে ঠিয় হৈ থাকি আমি নিজৰ বাবে অসীম আৰু সসীম দুয়োবিধৰে স্বৰ্গীয় সুধা আহৰণ কৰিব পাৰোঁ। মই ক্ৰমেই এই কথা বেচিকৈ ভাবিব ধৰিছোঁ যে মৃত্যু মানেই হ'ল ধ্যানৰ গভীৰতালৈ আঁতৰি যোৱা, শিলগুটি এটা নিজৰ কুঁৱাতে ডুবি যোৱা।

জীৱনৰ নিজ বৈশিষ্ট্যপূৰ্ণ চিন্তাৰ মাজত মনটো যেতিয়া ওলমি থাকে সেই সুদীৰ্ঘ প্ৰশান্ত সময়খিনিয়েই হ'ল মৃত্যুৰ আৰম্ভণী—মৃত্যুৰ আগৰ সেই চিন্তাখিনি হ'ল জীৱনৰ সকলো চিন্তা, কৰ্ম আৰু অভিজ্ঞতাৰ নিৰ্যাস। এই সময়ছোৱাত আত্মাৰ বিনাশ হবলৈ আৰম্ভ কৰেই, আৰু নতুন জীৱনৰ আৰম্ভণী হয়।

মই ভাবোঁ—কোনো ধৰণৰ বিপৰীত অনুভূতিৰ জন্ম নোহোৱাকৈ জীৱনটো কেৱল প্ৰেম আৰু শান্তিতে আবৰ্তিত হ'ব পাৰেনে, যাতে সেই সময়ছোৱাত ই একেটা ভাৱলৈকে একান্তভাবে ধাবিত হ'ব পাৰে যাৰ ফলত অনন্তত গৈ মানুহ স্বাৰ্থ চিন্তাৰ পৰা মুক্ত হৈ পৃথিৱীৰ সকলো অভাৱ আৰু দুখ-যন্ত্ৰণাৰ লাঘবৰ কামত নিজকে এক শান্তি আৰু কৰুণাৰ আধাৰ বুলি গণ্য কৰিব পাৰে।"

দাৰ্জিলিঙলৈ যোৱাৰ আগতে নিবেদিতাই এক বৌদ্ধ প্ৰাৰ্থনা ইংৰাজীত অনুবাদ কৰি ছপাই তাক বিতৰণ কৰি যাবলৈ সক্ষম হৈছিল। এতিয়া সেই প্ৰাৰ্থনা তেওঁক পঢ়ুৱাই শুনোৱা হ'ল ঃ

"নিশ্বাস প্ৰশ্বাস লোৱা সকলো প্ৰাণীকে শত্ৰু বিনে, বাধাহীন ভাৱে, দুখক জয় কৰি আৰু প্ৰফুল্লতা অৰ্জন কৰি নিজ নিজ পথত আগবাঢ়ি যাবলৈ দিয়া।

শত্ৰুহীন, বাধাহীন সকলো প্ৰাণীকে দুখক জয় কৰি প্ৰফুল্লতা আৰ্জন কৰি পূব, পশ্চিম, উত্তৰ আৰু দক্ষিণলৈ নিজ নিজ পথত আগবাঢ়ি যাবলৈ দিয়া।"

খুব ধীৰ মাতেৰে তেওঁ নিজৰ প্ৰিয় প্ৰাৰ্থনা গাই গৈছিল—"অবাস্তৱৰ পৰা বাস্তৱলৈ

লৈ যোৱা! আন্ধাৰৰ পৰা আমাক পোহৰলৈ লৈ যোৱা ঃ মৃত্যুৰ পৰা অমৰত্বলৈ নিয়া! হে ভয়ংকৰ! আমাৰ মাজেৰে আহি আমাক ধৰাহি! তোমাৰ মৰমীয়াল মধুৰ মুখেৰে আমাক সকলো অজ্ঞানতাৰ পৰা ৰক্ষা কৰাহি।”

তাৰ পিছত ১৯১১ চনৰ তেৰ অক্টোবৰ আহি পাইছিল। তেওঁ কৈছিল যে তেওঁ এতিয়াও সূৰ্যোদয় চাব আৰু যি দেশৰ পৰা কেতিয়াও কোনো পথিক উভতি নাহে সেই দেশলৈ তেওঁ যাত্ৰা কৰাৰ লগে লগে তেওঁৰ কোঠালীটো সূৰ্যৰ পোহৰেৰে উদ্ভাসিত হৈ উঠিছিল।

তেতিয়া দাৰ্জিলিঙত থকা কলিকতাৰ সকলো বিশিষ্ট নাগৰিক আৰু লগতে পাহাৰী চহৰখনৰ সকলো শ্ৰেণীৰ লোকে শৱযাত্ৰাত যোগদান কৰিছিল। আবেলি চাৰি বাজি পোন্ধৰ মিনিটত চিতা জ্বালোৱা হৈছিল আৰু তেওঁৰ বিশ্বস্ত সংগী ৰামকৃষ্ণ মিছনৰ গণেন মহাৰাজে শেষকৃত্য সমাপন কৰিছিল। আঁঠ বজাৰ লগে লগে সকলো শেষ হৈ গৈছিল। দাৰ্জিলিঙৰ নাগৰিক সকলে তেওঁক দাহ কৰা ঠাইত এটা স্মৃতিস্তম্ভ নিৰ্মাণ কৰিছিল। সেই নিৰ্জনতাৰ মাজত তেওঁৰ সমাধিয়ে বিশ্ৰাম লৈ আছে ঃ ভাৰতবৰ্ষৰ বাবে নিজৰ সৰ্বস্ব উজাৰি দিয়া নিবেদিতা ইয়াত শান্তি শয়নত মগ্ন হৈ আছে।

জন্মসূত্ৰত আইৰিছ, ভাৰতবৰ্ষক নিজ দেশ বুলি গ্ৰহণ কৰি সেই দেশৰ আধ্যাত্মিক শক্তি বুলি যাক ভাবিছিল তাত সম্পূৰ্ণভাবে নিমজ্জিত হোৱা আৰু নিজৰ শেষ বিন্দু দি সেই দেশকে সেৱা কৰা নিবেদিতাই তেওঁৰ গুৰুৰ মহান আদৰ্শ পূৰ্ণ কৰা বুলি আশা কৰি এই পৃথিৱী ত্যাগ কৰিছিল।

১০

# সমসাময়িক কালৰ ওপৰত তেওঁৰ প্ৰভাৱ

বহুতৰ লগতে ভাৰতবৰ্ষৰ বুৰঞ্জীৰ অগ্ৰগণ্য ব্যক্তি ডঃ যদুনাথ সৰকাৰেও ভগিনী নিবেদিতা আৰু ক্ৰিষ্টিণে বাস কৰা 'হাউছ্ অব্ ছিন্টাৰছ্'ৰ কথা লেখিছিল য'ত পুৰুষ মহিলা আৰু লৰাছোৱালী দিন ৰাতিৰ সকলো সময়তে সমবেত হৈছিল। সেই সময়ৰ দেশৰ পথ প্ৰদৰ্শকৰ দল ৰবিবাৰে ৰাতিপুৱা তাত গোট খাইছিল আৰু সেই উচ্চ পদস্থ চৰকাৰী বিষয়া, ৰাজহুৱা নেতা, শিল্পী, সাহিত্যিক সকলোৱে মিলি সৰ্বসাধাৰণৰ সমূহীয়া স্বাৰ্থৰ বাবে নানা সামাজিক আৰু সাংস্কৃতিক কামৰ আঁচনি গ্ৰহণ কৰিছিল। সাধাৰণ মানুহেও নিবেদিতাৰ কাষ চাপিছিল আৰু বহুতে নিজৰ স্বাৰ্থৰ বাবে তেওঁৰ ওচৰলৈ গৈছিল। সি যি কি নহওক, তেওঁ নানা দিশত যি প্ৰভাৱ পেলাইছিল তাৰ ফলাফল স্থায়ী হৈছিল। আগতেই উল্লেখ কৰা হৈছে তেওঁ কি ধৰণৰ উদাৰতাৰে জগদীশচন্দ্ৰ বসুৰ কামৰ সহায়ক হৈছিল। ব্ৰিটিছ বৈজ্ঞানিকৰ এটা অংশই ডঃ বসুক অবদমিত কৰি ৰাখিবলৈ এটা ষড়যন্ত্ৰ চলাইছিল আৰু এনেকি তেওঁৰ লেখাৰ প্ৰকাশ পৰ্যন্ত বন্ধ ৰাখিবলৈ তাক চুৰি কৰি বা গোপন কৰি ৰখাৰ যত্ন কৰিছিল। এনে কাৰ্যই বৈজ্ঞানিক গৰাকীক বৰ হতাশাগ্ৰস্ত কৰি পেলাইছিল। নিবেদিতাই তেওঁৰ দেশৰ কেইজনমান মানুহৰ এনে চৰিত্ৰত বৰ লাজ পাইছিল আৰু ডঃ বসুক তেওঁৰ কেবাখনো কিতাপ যুগুত কৰাত আৰু তেওঁৰ কাকতবোৰ 'ফিলছফিকেল ট্ৰেনজেক্‌চন'ত প্ৰকাশনত সহায় কৰিছিল। সেই সময়ছোৱাত ডঃ বসুৱে প্ৰতি দিনেই নিবেদিতাক লগ পাইছিল। তেওঁৰ কিতাপ প্ৰকাশ কৰিবলৈ নিবেদিতাই মিছেছ বুলৰ পৰাও অৰ্থ সাহায্য আনিছিল। তেওঁ এটা গৱেষণাগাৰ প্ৰতিস্থা হোৱাটোও কামনা কৰিছিল আৰু তেওঁ চাবলৈ জীয়াই নেথাকিলেও কেৱল গৱেষণাগাৰেই নহয়, মন্দিৰ বুলিও সুখ্যাতি লভা বসু ইনষ্টিটিউটৰ পিছত প্ৰতিষ্ঠা হৈছিল। এই প্ৰতিষ্ঠানটোৰ উদ্বোধনী অনুষ্ঠানৰ ভাষণত ডঃ বসুৱে 'এতিয়া নীৰৱতাৰ ৰাজ্যত বাস কৰা' তেওঁৰ সাহায্যকাৰী কেইজনমান লোকৰ শলাগ লৈছিল। তেওঁ এখন চিঠিতো এই কথা প্ৰকাশ কৰিছিল যে নিবেদিতাৰ ভাৰতীয় বিজ্ঞান আৰু বিজ্ঞানী সকলৰ ওপৰত গভীৰ আস্থা থকা বাবেই তেওঁৰ এই ইনষ্টিটিউটটো স্থাপন কৰা সম্ভৱপৰ হৈছিল। ইনষ্টিটিউটৰ বাগানত থকা এটা স্মৃতিসৌধ ফোৱাৰাৰ মূৰ্তিত

'মহিলাগৰাকীয়ে মন্দিৰলৈ পোহৰ কঢ়িয়াই নিছে' বুলি যি কথা খোদিত কৰা আছে তাৰ দ্বাৰা নিবেদিতাৰ আত্মাই সেই প্ৰতিষ্ঠানটোৰ ওপৰত ঘূৰি থকা বুলি দেখুৱা হয়। ভগিনী নিবেদিতা বয়সত ডঃ বসুতকৈ সৰু হলেও তেওঁৰ চালিকা দেবদূতী আছিল। তেওঁ ছুটীৰ সময়বোৰত ডক্তৰ বসু আৰু শ্ৰীমতী বসুৰ লগত সকলোবোৰ পাহাৰী ঠাইলৈ গৈছিল আৰু কলিকতাত থকা কালত নানা আলোচনা আৰু কবিতা আবৃত্তি কৰি বহুতো সন্ধিয়া তেওঁলোকৰ লগত কটাই দিছিল। শ্ৰীমতী বসুৱে নিবেদিতাই গোঁড়া হিন্দু মহিলা সকলৰ শিক্ষাৰ বাবে কৰা বিভিন্ন কাম কাজ দেখি খুব মুগ্ধ হৈছিল আৰু নানা আকৰ্ষণীয় বিষয়বস্তুক লৈ বক্তৃতা দিবলৈ ব্ৰাহ্ম মহিলা সমাজলৈ তেওঁক লৈ গৈছিল। তেওঁ আৰু ডঃ বসুৰ ভনীয়েক লাবণ্য প্ৰভা বসুৱে নিবেদিতাৰ স্কুলত কিছুদিনৰ বাবে কাম কৰিছিল। ভগিনী নিবেদিতাৰ অকাল মৃত্যুৱে ডঃ জে. চি. বসুকে শোকাভিভূত কৰি তুলিছিল। তেওঁ নিবেদিতাৰ স্মৃতি ৰক্ষাৰ্থে তেওঁৰ উইলত এক লাখ টকাৰ অনুদান নিৰ্দ্ধাৰিত কৰি থৈ গৈছিল। শ্ৰীমতী বসুৱে বিদ্যাসাগৰ বাণী ভৱন নামৰ প্ৰতিষ্ঠান এটাত এটা হল নিৰ্মাণ কৰিবলৈ সেই টকা দিছিল আৰু হলটো নিবেদিতাৰ নামেৰে নামকৰণ কৰিছিল।

১৯৩৭ চনত জে. চি. বসুৰ মৃত্যু হোৱাত ৰবীন্দ্ৰনাথ ঠাকুৰে শান্তিনিকেতনত দিয়া এটা বক্তৃতাত এই মৃত বিজ্ঞানীজনে নিবেদিতাৰ পৰা পোৱা সহায়ৰ কথা উল্লেখ কৰিছিল। ৰবিঠাকুৰ নিজেও নিবেদিতাৰ এক ঘনিষ্ঠ সহযোগী আছিল। তেওঁলোক দুয়োৰো প্ৰথম সাক্ষাতৰ সময়ত তেওঁ নিবেদিতাক জীয়েকৰ শিক্ষাৰ ভাৰ ল'বলৈ অনুৰোধ কৰিছিল। নিবেদিতাই সেই প্ৰস্তাৱত অসম্মতি জনাইছিল, কাৰণ শিশুটিক হিন্দু আদৰ্শমতে শিক্ষা দিব লাগিব। সেই কথাই ৰবীন্দ্ৰনাথক বৰ আচৰিত মনাইছিল, লগতে তেওঁক ইমান মুগ্ধও কৰিছিল যে নিবেদিতাক নিজৰ আদৰ্শমতেই শিক্ষাদান কাৰ্য কৰি যাবলৈ তেওঁৰ নিজৰ ঘৰটোৰ একাংশ ব্যৱহাৰৰ বাবে দি দিব খুজিছিল। পিছে নিবেদিতাই ইতিমধ্যে যিবোৰ কামবন কৰি আছে তাৰ হেঁচা বৰ বেচি হোৱা বাবে সেই ভাৰ গ্ৰহণ কৰিবলৈ অপাৰগ হৈছিল। নিবেদিতাই যেতিয়া স্বামী সদানন্দৰ লগত এটা দলক শিক্ষামূলক ভ্ৰমণৰ বাবে হিমালয়লৈ পঠাইছিল, তেতিয়া তেওঁলোকৰ লগতে ৰবীন্দ্ৰনাথে নিজৰ পুতেক ৰথীনকো পঠাই দিছিল। তেওঁ প্ৰায়ে নিবেদিতাৰ ওচৰলৈ গৈছিল আৰু আগতে উল্লেখ কৰি অহা হৈছেই যে এবাৰ তেওঁ নিবেদিতাৰ লগত বুদ্ধ গয়ালৈও গৈছিল। নিবেদিতাই ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'কাবুলীৱালা' নামৰ গল্পটোৰ ইংৰাজী অনুবাদ কৰিব পৰাকৈ যথেষ্ট ভাল বঙালী শিকিছিল। এবাৰ তেওঁ ডঃ বসুৰ লগত ৰবীন্দ্ৰনাথ প্ৰায়েই থকা পূৰ্ব বঙ্গৰ (এতিয়াৰ বাংলদেশ) শিলাইদহলৈও গৈছিল। নিবেদিতাই গাওঁৰ মানুহৰ লগত মাতৃ স্বৰূপিনী হৈ যেনেকৈ মিলিছিল তাক দেখি ৰবীন্দ্ৰনাথ মুগ্ধ হৈ গৈছিল। তেনে অভিজ্ঞতাৰ বাবেই ৰবিঠাকুৰে তেওঁক 'লোকমাতা' বুলি সম্বোধন কৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু তেওঁৰ-লগত অতি বন্ধু ভাৱাপন্ন হৈ

বাস্তৱ ক্ষেত্ৰত নিবেদিতাৰ লগত ৰবিঠাকুৰে কাম কৰিব নোৱাৰিছিল। তেওঁ বুজাইছিল যে নিবেদিতাৰ পথৰ পৰা তেওঁৰ পথ বেলেগ; আন হাতে নিবেদিতাৰ চৰিত্ৰত এনে এক জেদী কাঠিন্যৰ ভাৱ আছে যে তেওঁৰ লগত সম্পূৰ্ণভাবে একে মতৰ নহলে একে লগে কাম কৰা টান। সি যিয়েই নহওক, তেওঁ নিবেদিতাৰ পৰা খুব অনুপ্ৰেৰণা লাভ কৰিছিল আৰু নিবেদিতাৰ মৃত্যুৰ সময়ত জনোৱা শ্ৰদ্ধাঞ্জলি এটাত তেওঁ কি উপকাৰ পাইছিল বা নিবেদিতাক স্মৰণ কৰিও তেওঁ কি শক্তি লাভ কৰে সেই কথাৰ উল্লেখ কৰিছিল। নিবেদিতাই কবিৰ দেউতাক মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰকো লগ পাইছিল আৰু মহৰ্ষিৰ অনুৰোধ মতে স্বামী বিবেকানন্দৰ লগত পুনৰ তেওঁক লগ ধৰিছিল। তেওঁ কবিৰ ভাগিনীয়েক সৰলা ঘোষালকো লগ পাইছিল, যি গৰাকী মহিলা আছিল একেধাৰে সাহিত্যিক আৰু দেশপ্ৰেমিক।

ভগিনী নিবেদিতাৰ প্ৰচেষ্টাবোৰৰ ভিতৰত তেওঁ ভাৰতৰ প্ৰাচীন কলা পুনৰুদ্ধাৰ কৰা আৰু সেই ঐতিহ্যৰ আদৰ্শত ভাৰতীয় কলাক পুনৰুজ্জীবিত কৰাতে আটাইতকৈ সফলকাম হৈছিল। সেই সময়ত ভাৰত ভ্ৰমণ কৰিবলৈ অহা কাউণ্ট কোকাছু ওকাকুৰাৰ কথা অলপ আগতে উল্লেখ কৰি অহা হৈছে; তেওঁ নিবেদিতাৰ মনত কলাৰ প্ৰতি আগ্ৰহ অতি গভীৰ ভাবে সুমুৱাই দি গৈছিল। সেই শিক্ষাটোৱে তেওঁক অধ্যক্ষ ই. বি. হাভেলৰ দ্বাৰা চালিত কলিকতা আৰ্ট স্কুল খনৰ প্ৰাণহীন দশাক ভালদৰে হৃদয়ঙ্গম কৰাইছিল। নিবেদিতা এই সিদ্ধান্তত উপনীত হৈছিল যে কলা কেতিয়াও বিদেশী আঙ্গিকৰ অনুকৰণতে ৰৈ থাকিব নালাগে, কলাই প্ৰকৃততে গাওঁতে শিপা মেলিব লাগে। দেশৰ প্ৰতি ভালপোৱা, সেই দেশক লৈ গৌৰৱ, ভৱিষ্যতৰ বাবে উচ্চাকাংক্ষা আৰু শিল্পীৰ প্ৰকাশৰ আগ্ৰহ—এইবোৰেই হ'ব লাগে কলাসুলভ সৃষ্টিৰ প্ৰস্ৰৱিনী নিজৰা। ভাৰতবৰ্ষত এই সকলোবোৰ প্ৰচুৰ পৰিমাণে আছে বুলিয়ে তেওঁ গম পাইছে, আৰু এইবোৰ ৰূপায়িত কৰিছে জন সংগীত, জন কৃষ্টি, জন নৃত্য, হস্তশিল্প আৰু তেনে জাতীয় শিল্পই। ই. বি. হাভেলে তেওঁক চিনাকী কৰি দিয়া অবনীন্দ্ৰনাথ ঠাকুৰক পৰ্যন্ত্য তেওঁ গ্ৰাম্য জীৱনৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ কলাৰ অনুভৱক কেনেকৈ প্ৰকাশ কৰিব লাগে সেই বিষয়ে উপদেশ দিছিল। তেওঁ যুৰোপৰ নৱজাগৰণৰ সময়কে ধৰি সেই মহাদেশৰ সৰ্বোৎকৃষ্ট চিত্ৰবোৰৰ পুনৰ্মুদ্ৰন প্ৰকাশ কৰি উলিয়াইছিল আৰু সেইবোৰ বাখ্যা কৰি ৰচনা লেখিছিল। ইংলণ্ডৰ মিছ হিৰিংঘাংমে যেতিয়া অজন্তা আৰু ইলোৰাৰ দেৱাল চিত্ৰবোৰৰ কপি কৰিবলৈ আহিছিল তেতিয়া নিবেদিতাই এই ব্যৱস্থা কৰিছিল যাতে নন্দলাল বসু আৰু অসিত কুমাৰ হালদাৰ নামৰ অবনীন্দ্ৰনাথৰ ছাত্ৰ দুজনো তালৈ পাথৰ খোদিত অংকণবোৰ অধ্যয়ন কৰিবলৈ যায়। বাস্তৱিকতে, ভাৰতীয় কলাৰ পুনৰুজ্জীবনৰ সেয়েই আছিল প্ৰথম আৰম্ভণী। নিবেদিতাৰ উৎসাহতে হাভেলিয়ে 'ইণ্ডিয়ান কালচাৰ এণ্ড পেইণ্টিং" নামৰ কিতাপখন লেখিছিল যিখন কিতাপত তেওঁ গ্ৰীক কলাই ভাৰতীয় কলাক প্ৰভাৱান্বিত কৰাৰ তত্ত্বটো ওফৰাই দিছিল। তেওঁৰ এনে

কাৰ্যৰ বাবে তেওঁৰ য়ুৰোপীয় সঙ্গীসকলে তেওঁক অনেক গঞ্জনা দিছিল। বিশিষ্ট শিল্পী আৰু শিল্প সমালোচক আনন্দকুমাৰ স্বামীও এই বিষয়ত নিবেদিতাৰ সতে একমত হৈছিল। এওঁলোক তিনিজন আৰু ওকাকুৰাই মিলিয়ে প্ৰকৃতপক্ষে ভাৰতীয় শিল্পৰ মহত্ব আৰু বৈশিষ্ট্যক পশ্চিমৰ পণ্ডিতসকলৰ আগত দাঙি ধৰিছিল। অবনীন্দ্ৰনাথৰ শিষ্যসকল তেওঁৰ চাৰিওফালে সংগঠিত হৈছিল আৰু 'বেংগল স্কুল অব্ আৰ্ট'ৰ জন্ম দিছিল; ১৯০৭ চনত জন্ম হৈছিল 'ইণ্ডিয়ান্ চোছাইটি অব্ অৰিয়েণ্টেল আৰ্ট' আৰু এই সকলো মিলি ভাৰতীয় শিল্পই নিজৰ বাবে এক পথৰ আঁচনি কৰি ল'ব পাৰিছিল। তৰুণ শিল্পীসকলক প্ৰশিক্ষণ দিয়াৰ ক্ষেত্ৰত নিজেও কামত লাগিছিল। নন্দলাল বসুৱে তেওঁক পথপ্ৰদৰ্শিকা দেবদূতী বুলি লেখি থৈ গৈছে আৰু অসিত হালদাৰে স্বীকাৰ কৰি গৈছে যে তেওঁ নিবেদিতাৰ পৰাই এই শিক্ষা পাইছিল যে ভাৰতীয় কলাৰ পুনৰ অভ্যুত্থানৰ বাবে কৰা কাম জাতীয় নবজাগৰণৰ প্ৰতি এক বিশিষ্ট বৰঙণি স্বৰূপ হ'ব। নিবেদিতাই তৰুণ শিল্পীসকলৰ সকলোবোৰ প্ৰদৰ্শনীকে চাই ফুৰিছিল। তেওঁ এনেদৰে চোৱা শেষ প্ৰদৰ্শনী আছিল ১৯০৭ চনৰ ফেব্ৰুৱাৰীত পতা, তাত তেওঁ নিজৰ মন্তব্যত ভাৰতীয় চিত্ৰকলাৰ সৰ্বদিশৰ অতি মহৎ ভবিষ্যতৰ কথা লেখি থৈ গৈছিল।

কলা বিষয়ক নিবেদিতাৰ প্ৰবন্ধবোৰ প্ৰকাশ হৈছিল ডঃ জে. চি. বসুৱে তেওঁৰ লগত সংযোগ স্থাপন কৰি দিয়া 'মডাৰ্ণ ৰিভিউ'ত। তেওঁ ৰমানন্দ চেটাৰ্জীৰো ঘনিষ্ঠ সংস্পৰ্শলৈ আহিছিল আৰু 'মডাৰ্ণ ৰিভিউ'ৰ সম্পাদক এই ৰমানন্দ চেটাৰ্জীকো তেওঁৰ কামকাজত প্ৰভূত পৰিমাণে সহায় কৰি দিছিল। তেওঁ যে কেবল প্ৰবন্ধৰেই সাহায্য কৰি দিছিল এনে নহয়, কাগজখনৰ সম্পাদনাৰ কামো কৰি দিছিল আৰু দেশৰ সাহিত্যিক গোষ্ঠীৰ লগত এনে ধৰণে তাৰ সম্পৰ্ক স্থাপন কৰি দিছিল যে ফলস্বৰূপে সাংস্কৃতিক জীৱনৰ প্ৰভূত উন্নতি হৈছিল।

ভাৰতবৰ্ষ আৰু আমেৰিকাত ভগিনী নিবেদিতাৰ দেশৰ বিশিষ্ট জাতীয় নেতা বিপিন চন্দ্ৰ পালৰ সতে ঘনিষ্ঠ সহযোগিতা হোৱাৰ ফলত পৰস্পৰে পৰস্পৰৰ প্ৰতি সপ্ৰশংস মনোভাৱ পোষণ কৰিছিল, যদিও মাজে মাজে দুয়োৰো ভিতৰত প্ৰবল বিৰোধিতাৰো সৃষ্টি হৈছিল। নিবেদিতাই নিজেও উপস্থিত থকা বোষ্টনৰ 'ধৰ্মীয় বাৰ্ষিক কংগ্ৰেছ'ত পালৰ বক্তৃতা শুনি অতিশয় মুগ্ধ হৈছিল। দুয়ো পৰম বন্ধু হৈ পৰিছিল, আৰু পাছত বিপিন চন্দ্ৰ পালে যেতিয়া 'নিউ ইণ্ডিয়া' নামৰ অলোচনীখন প্ৰকাশ কৰিছিল, নিবেদিতাই তাত নিয়মিত ভাৱে লেখিছিল।

ভগিনী নিবেদিতাই ডঃ দীনেশ চন্দ্ৰ সেনক তেওঁৰ বৃহৎ 'বাংলা সাহিত্যৰ ইতিহাস'খন বঙালী ভাষাত প্ৰস্তুত কৰি উলিওৱাতো বৰ সহায় কৰিছিল। তেওঁ আৰ. চি. দত্তৰ পৰা বঙালী আৰু সংস্কৃত শিকিছিল, 'দি ওয়েব্ অব্ ইণ্ডিয়ান্ লাইফ'খন লেখাত তেওঁৰ পৰা সাহায্য আৰু উৎসাহ পাইছিল, তেওঁকো 'ইকনমিক হিষ্ট্ৰি অব্ ইণ্ডিয়া'খন লেখাত উদগণি দিছিল। তেওঁৰ বন্ধুসকলৰ মাজত কেইজনমান-আছিল জি. এইচ. নাটেছান,

শ্ৰীনিবাস আয়েংগাৰ আৰু তামিলনাডুৰ বিখ্যাত কবি আৰু দেশপ্ৰেমিক সুব্ৰমান্য ভাৰতী। তেওঁ ভাৰতীৰ কাকত 'বাল ভাৰত'ৰো নিয়মিত লেখক আছিল। যদুনাথ সৰকাৰে তেওঁক খুব উচ্চ আসনত বহুৱাইছিল। নিবেদিতাই তেওঁক কোনো বিদেশী মূৰব্বীৰ ওচৰত মূৰ নোঁদোৱাকৈ বুৰঞ্জীৰ সত্য প্ৰকাশ কৰি যাবলৈ অনুৰোধ জনাইছিল। ঐতিহাসিক ডঃ ৰাধাকুমুদ মুখাৰ্জীয়েও তেওঁৰ পৰা পোৱা উদগণিৰ শলাগ লৈছিল। যিসকল তৰুণ ভাৰতীয়ই দেশক সেৱা কৰিব খুজিছিল তেওঁ সিবিলাকৰ গুৰু আছিল। বিপ্লৱী তাৰকনাথ দাসে তেওঁৰ 'জাপান আৰু এছিয়া' নামৰ কিতাপখন নিবেদিতাৰ নামত উছৰ্গা কৰিছিল। আন বহুতেও তেওঁৰ পৰা অখণ্ড সহায় আৰু সহযোগিতা লাভ কৰিছিল। সেই সময়ৰ বঙ্গদেশৰ অগ্ৰগণ্য পুৰুষ আৰু মহিলাৰ দল---যি আছিল এক নক্ষত্ৰমণ্ডলৰ দৰেই—সকলো তেওঁৰ বন্ধু আছিল।

ভগিনী নিবেদিতাই এনেকি মুক্ত মনৰ য়ুৰোপীয় সকলে ভাৰতীয় জীৱন আৰু চিন্তাধাৰাৰ উপলব্ধি কৰা আৰু স্বীকৃতি দিয়াৰ বাবে চেষ্টা কৰিছিল। দৰাচলতে তেওঁৰ উৎসৰ্গীকৃত জীৱনে লৰ্ড আৰু লেডী মিণ্টোৰ দৰে ব্যক্তিৰ ওপৰতো গভীৰ প্ৰভাৱ পেলাইছিল। 'ষ্টেটছমেন'ৰ সম্পাদক এছ. কে. ৰেটক্লিফৰ কথা আগতেই উল্লেখ কৰি অহা হৈছে। ইয়াৰ বাহিৰেও অন্যান্য সকলো আছে। ডঃ টি. কে. চেন নামৰ অক্সফৰ্ডৰ পণ্ডিতে লেখি থৈ গৈছে ভাৰতীয় চিন্তাধাৰা অধ্যয়নৰ ক্ষেত্ৰত নিবেদিতাৰ লেখা আৰু তেওঁৰ ব্যক্তিগত পৰামৰ্শই তেওঁক কিমান সহায় কৰিছিল। এক কথাত নিবেদিতাই নিজৰ বুলি গ্ৰহণ কৰা দেশখনক সেৱা কৰাৰ কোনো সুবিধাই বাদ দিয়া নাছিল। তেওঁৰ জীৱনটো চুটি হ'লেও তাৰ প্ৰতিটো মিনিটেই ভাৰতবৰ্ষৰ সেৱা কাৰ্যত অতিবাহিত কৰিছিল। তেওঁৰ এই আদৰ্শ পিছৰ পুৰুষবোৰৰ বাবে দেশৰ সতে ব্যক্তিসত্বাৰ সম্পূৰ্ণ বিলীন হৈ যোৱাৰ আৰু দেশৰ কামৰ বাবে বাস্তৱবোধ মিহলি আত্মোপলব্ধিৰ উজ্জ্বল দৃষ্টান্ত হিচাপে যুগমীয়া হৈ ৰব। তেওঁৰ সমসাময়িক লোকসকলে ভগিনী নিবেদিতাৰ পোছাক আৰু চালচলনৰ সম্ভ্ৰমতাবোধৰ সপক্ষে মন্তব্য দি গৈছে আৰু যি কোনো সভা সমিতিতে তেওঁৰ উপস্থিতিৰ গভীৰ প্ৰভাৱৰ কথাও স্বীকাৰ কৰি গৈছে। তেওঁলোকে অৱশ্যে তেওঁৰ চৰিত্ৰৰ কঠোৰ আৰু ৰূঢ় দিশ এটাৰ কথাও উনুকিয়াই গৈছে যাৰ ফলত তেওঁৰ সংস্পৰ্শলৈ অহা সকলো মানুহেই মাজে সময়ে অপ্ৰস্তুত হৈ পৰিব লগা হয়। তেওঁলোকে অৱশ্যে এই ৰূঢ়তা তেওঁৰ বিশ্বাসৰ গভীৰতা আৰু কৰ্মৰ ক্ষেত্ৰত দৃঢ়তাৰ পৰাই উদ্ভুত বুলি মত প্ৰকাশ কৰিছে যাৰ বাবে তেওঁ নিজৰ সমসাময়িক ঘটনাৰাজি আৰু পুৰুষ, মহিলাৰ ওপৰত স্থায়ী প্ৰভাৱ পেলাই যাবলৈ সক্ষম হৈছে।

# ১১

# সাহিত্যৰ উত্তৰাধিকাৰ

ই এক অতি সৌভাগ্যৰ কথা যে ভাৰতক প্ৰাণভৰি ভালেপোৱা আৰু ভাৰতীয় চিন্তাধাৰাৰ লগত গভীৰ পৰিচয় থকা নিবেদিতাই তেওঁৰ অধ্যয়নৰ চিন অজস্ৰ সংখ্যক কিতাপ আৰু প্ৰবন্ধৰ মাজত ৰাখি থৈ গৈছে। এইবোৰে যে কেৱল—য়ুৰোপীয় চিন্তাধাৰাৰ তুলনামূলক বিচাৰৰ পৰিপ্ৰেক্ষিতত সমস্ত ভাৰতীয় জীৱনৰ বহল ছবি ডাঙি ধৰিছিল এনে নহয়, সমসাময়িক ৰাজনৈতিক আৰু সামাজিক আন্দোলনবোৰৰ প্ৰতি গভীৰ অন্তৰ্দৃষ্টিও এইবোৰত পৰিস্ফুট হৈছিল। তেওঁৰ প্ৰথম কিতাপখন আছিল 'কালী দি মাদাৰ' য'ত যন্ত্ৰণাবিহ্বল পুৰুষৰ সম্মুখত কালীক ভয়ংকৰী হিচাপে দেখুৱা হৈছিল, যি কালীয়ে পুৰুষৰ লগত শিশুৰ সতে ধেমালি কৰাৰ দৰেই ধেমালি কৰে আৰু মৰমেৰে আশ্ৰয় দিয়ে। এই জটিল ধাৰণাটো কিতাপখনত থকা বিভিন্ন দিশৰ প্ৰবন্ধবোৰত যথেষ্ট বহলাই আলোচনা কৰা হৈছে।

স্বামী বিবেকানন্দৰ তেওঁৰ ওপৰত প্ৰভাৱৰ বিষয়ে লেখা 'দি মাষ্টাৰ এজ্ আই ছ হিম্' নামৰ কিতাপখনক নামী সমালোচকে 'কনফেছন্স্ অব্ ছেণ্ট অগাষ্টিন'ৰ সতে একে শাৰীতে থৈছে। বিবেকানন্দৰ বাণীৰ সূক্ষ্ম অনুভূতি আৰু মহত্ব এই কিতাপখনত সম্পূৰ্ণ ভাবে প্ৰতিভাত হৈছে। "ন'টছ্ অন্ ছাম ওৱাণ্ডাৰিংছ্"খন হ'ল উপৰুক্ত কিতাপখনৰে সহযোগী কিতাপ। স্বামী বিবেকানন্দৰ লগত নিবেদিতাই হিমালয় অঞ্চল আৰু অন্যান্য ধৰ্মীয় আকৰ্ষণৰ অঞ্চলবোৰত ঘূৰি লাভ কৰা অভিজ্ঞতাৰ ছবি এইখন কিতাপত ফুটাই তুলিছে। কেবাটাও বক্তৃতা আৰু প্ৰবন্ধ—যাৰ বেচিভাগৰ বিষয়বস্তু হ'ল বিবেকানন্দ—প্ৰকাশিত হোৱা নিবেদিতাৰ কিতাপ এখন হ'ল নিবেদিতাই আগবঢ়োৱা স্বামী বিবেকানন্দৰ বিভিন্ন সময়ৰ ৰূপৰ প্ৰকাশ। "কেদাৰনাথ আৰু বদ্ৰিনাৰায়ন—এ পিলগ্ৰিম্‌ছ ডায়েৰি" নামৰ কিতাপখনত নিবেদিতাৰ পবিত্ৰ ঠাইবোৰৰ লগত ঘটা সংযোগৰ এক গভীৰ আকৰ্ষণীয় বিৱৰণ দিয়া হৈছে। তেওঁ এই কিতাপখনত প্ৰাকৃতিক পটভূমি আৰু ভ্ৰমণ পথত দেখা মন্দিৰবোৰৰ স্থপতিৰ কাৰুকাৰ্য—দুয়োবিধকে আকৰ্ষণীয় আৰু মনোৰম ভাবে বৰ্ণনা কৰিছে।

'দি ওৱেব্ অব্ ইণ্ডিয়ান্ লাইফ' নামৰ কিতাপখনে ধ্ৰুপদী সাহিত্যত স্থান পাইছে।

হিন্দু পৰিবাৰৰ খুটিনাটিৰ বৰ্ণনা আৰু সামাজিক অনুষ্ঠানসমূহৰ প্ৰতি গভীৰ অন্তৰ্দৃষ্টিৰে ই এক অপূৰ্ব গ্ৰন্থ। পিছে এই কথা মনত ৰাখিব লাগিব যে নিবেদিতাৰ হিন্দু সমাজৰ প্ৰতি যি দৃষ্টিভংগী সি সেই সময়ৰ ঐতিহাসিক পটভূমিৰ লগত সম্বন্ধযুক্ত। তেওঁৰ জাতিভেদৰ বাখ্যা হ'ল সমাজৰ প্ৰতিজন লোকৰ সমাজৰ প্ৰতি দায়বদ্ধতা অনুযায়ী নিজৰ পথত চলি যোৱাৰ কৰ্তব্য পালন, কিন্তু এই জাতি ভেদৰ ফলত কি বিষময় ঘটনা ঘটে বা কি অন্যায় অবিচাৰ চলে তাৰ বিষয়ে জানিবলৈ তেওঁৰ মনত যেন কোনো ভাবেই হোৱা নাছিল। তেওঁ হিন্দু নাৰীৰ আত্মত্যাগ আৰু হিন্দু বিধবাৰ নিজকে ভাগ্যৰ হাতত সঁপি দিয়া আৰু আত্মোৎসৰ্গৰ জীৱন দেখি অতিশয় মুগ্ধ হৈ গৈছিল। আধুনিক মনৰ এই ধাৰণা হ'ব যে তেওঁ আত্মত্যাগ আৰু আত্মোৎসৰ্গৰ ছদ্মবেশত হিন্দু নাৰীয়ে ভোগা যন্ত্ৰণা আৰু অপমানৰ বিষয়ে যেন বিস্মৃত হৈ আছিল। কিন্তু তেওঁ হিন্দু নাৰীৰ শিক্ষাৰ অভাৱবোধৰ বাবে যে তেওঁলোক আত্মোপলব্ধিৰ পৰা বঞ্চিত হৈছে তাত অতিশয় গুৰুত্ব আৰোপ কৰিছিল। তেওঁ আধুনিক অৱস্থাৰ বিষয়ে অবহিত আছিল বাবে শিক্ষাৰ অভাৱে হিন্দু নাৰীক সমাজৰ দাবী পূৰণৰ বাবে আৰু নিজৰ ভিতৰত থকা শক্তিক কামত লগোৱাৰ বাবে অযোগ্য কৰি ৰাখিছিল সেই কথা বুজি পাইছিল। তেওঁৰ প্ৰৱন্ধৰ শেষৰ পিনে থকা এই কথাকেইটাৰ মাজতে তেওঁৰ অসাধাৰণ অন্তৰ্দৃষ্টি ফুটি উঠিছেঃ

"ভাৰতবৰ্ষত এনে বিৰাট জাগৰণ হ'ব যাৰ ফলত জাতিটো আলোকিত বিজয়ী হৈ ওলাই আহিব আৰু অহা যুগবোৰত ভাৰত সন্তানৰ কল্পনাৰ জগতত তেনে ঘটনাৰ ফলত এনে নতুন ভাৰতে প্ৰভাৱ বিস্তাৰ কৰি যাব; এই পৰিবৰ্তনৰ ছাপ ভাৰতীয় নাৰীৰ ওপৰতো পৰিব।

এনেবোৰ প্ৰশ্নৰ সমুখত আমি কেৱল নিজকে এই প্ৰতিশ্ৰুতিয়েই দিব পাৰোঁ যে জগতখন যেতিয়া কোনো বিশেষ মহাজাগৰণৰ আদৰ্শৰে উদ্বুদ্ধ হ'বলৈ পূৰ্ণভাবে প্ৰস্তুত হয়—যি অৱস্থা আজি ভাৰতে প্ৰাপ্ত হৈছে—তেতিয়া সেই আদৰ্শই সকলো পিনৰ পৰাই জাগৰিত হৈ অপেক্ষমান সচেতনবোধৰ ওপৰত নিজকে ঢালি দিয়ে। তেতিয়া যেন শিলবোৰেও সেই কথা কয়, বেৰৰ খুটাবোৰেও চিএঞৰি উঠে আৰু তাৰ প্ৰতি সঁহাৰি দিয়ে। সৰ্বসাধাৰণৰ মঙ্গলৰ বাবে বিৰাট সংগ্ৰামে যেন চৰম মুহূৰ্ত টোত উপস্থিত হয়। আদৰ্শ আৰু সংগ্ৰামে ক্ৰিয়া আৰু প্ৰতিক্ৰিয়া কৰে, ইটোৱে সিটোক উভয়ৰ লক্ষ্য স্থানত উপনীত নোহোৱা পৰ্যন্ত আৰু বেচি স্পষ্ট আৰু প্ৰাঞ্জল অৱস্থালৈ নিক্ষেপ কৰে।

এই কথাটো টেলিগ্ৰাফ আৰু চিঠি লেখাৰ দিনত, এক সৰ্বজন গ্ৰাহ্য ভাষা ব্যৱহাৰ আৰু সস্তাতে ছপা কৰিব পৰা দিনত আৰু বেচি সত্য। অশোকৰ দিনত যিটো পদ্ধতি ৰূপায়িত কৰিবলৈ অন্ততঃ দুশ বছৰ লাগিলহেঁতেন, এতিয়া তাক এক দশকৰ ভিতৰতে কৰি পেলাব পৰা যাব। আৰু যেতিয়াই ইংৰাজীৰ শব্দ এটা আছে, তেতিয়াই জাতীয় চেতনাই নিজৰ বাবে এক অগ্ৰগণ্য পুৰুষৰ প্ৰয়োজন অনুভৱ কৰে।"

এই কথা মনত ভাব হয় যে মাত্র এক দশক পাছতে মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষত যি বিৰাট নৱজাগৰণ হৈছিল নিবেদিতাৰ এই ধৰণৰ কথাবোৰ তাৰ নিৰ্ভুল ভৱিষ্যৎবাণী নাছিল নে? ইয়াৰ পাছতেই আহে তাৰ স্বাভাৱিক পৰিসমাপ্তিখিনি ঃ

"নিজৰ বিভিন্ন মিশ্রিত দৃঢ় আশা আকাংক্ষা মূৰ্ত হৈ উঠা ভাৰতীয় নাৰীয়ে সমগ্ৰতাক বিচাৰ কৰাৰ যি অধিকাৰ সেই অধিকাৰবোধৰ পৰা আৰু বেচি দিন আঁতৰি নাথাকে। মাতৃৰ আশা আকাংক্ষা সদায় ভৱিষ্যতৰ গৰ্ভতে নিহিত থাকে। নাৰীয়ে সহজে বুজিব যে এক যুগৰ পৰাজয়ৰ ফলাফল এটা সম্পূৰ্ণ জাতিক তাৰ পৈত্ৰিক ঐতিহ্যৰ পৰা বঞ্চিত কৰাৰ বাবে যথেষ্ট আৰু ভাৰতীয় নাৰীয়ে এই কথাটো অতি দৃঢ়তাৰে প্ৰতীয়মান কৰিব যে তেওঁৰ সন্তানৰ বিধিলিপি হ'ল জয়, বশ্যতা নহয়।

এবাৰ মাত্র যদি প্ৰাচ্যৰ নাৰীয়ে জাহাজৰ গুৰি ধৰে, দেশৰ সমস্যাসমূহ সমাধান কৰি লয়, তেতিয়া আৰু কোনে ক'ব পাৰিব যে তেওঁ নিজৰ আপত্তি বিপত্তি খণ্ডনৰ বাবে কাৰোবাক আবেদন কৰিব?"

এই গোটেই কিতাপখনেই হ'ল নিবেদিতাই ভাৰতীয় সমাজক যি দৃষ্টিৰে অবলোকন কৰিছিল আৰু তাৰ ভৱিষ্যতৰ যি চিত্ৰ অংকন কৰিছিল—সেই সকলোৰে নিখুঁত প্ৰতিফলন।

নিবেদিতাই ভাৰতীয় ভাবধাৰাৰে জীৱন আৰু মৃত্যুৰ যি ধাৰণা গঢ়ি লৈছিল তাৰে ভিত্তিত লেখা প্ৰবন্ধ আৰু কবিতাৰ সুখপাঠ্য সংগ্ৰহ হ'ল তেওঁৰ 'এন্ ইণ্ডিয়ান্ ষ্টাডি অব্ লাভ এণ্ড ডেথ' নামৰ কিতাপখন। ভাৰতীয় পৰিয়ালত ভাৰতীয় জীৱনৰ খুঁটিনাটি বৰ্ণনাৰে লেখা তেওঁৰ আন এখন কিতাপ হ'ল—'ষ্টাডিজ্ ফ্ৰম এন ইষ্টাৰ্ণ হ'ম'। নিবেদিতাৰ জন্ম শতবাৰ্ষিকীৰ দিনা প্ৰকাশিত হোৱা তেওঁৰ বক্তৃতাক আৰু প্ৰৱন্ধবোৰৰ সংকলনৰ দ্বিতীয় খণ্ডটোৱে কেৱল বিভিন্ন বিষয়ৰ ওপৰতেই আলোকপাত নকৰে, ই পাঠকৰ মানসিক দিগন্তকো নতুনকৈ সজাই পৰাই তোলাত সহায় কৰে। ভাৰতৰ আধ্যাত্মিক দৰ্শনৰ প্ৰভাৱ ভাৰতৰ সামাজিক আৰু দাৰ্শনিক চিন্তাধাৰাৰ অগ্ৰগতি, ইছলামৰ সৌন্দৰ্য আৰু এছিয়াত ইছলাম ধৰ্ম—আদি বিভিন্ন বিষয় এই খণ্ডটোত সন্নিবিষ্ট হৈছে। নিবেদিতাৰ ইছলাম ধৰ্ম সম্পৰ্কে এইয়ে মত যে এই ধৰ্মই ভাৰতৰ ভিতৰতে নিজৰ ভিত্তিমূল বিচাৰি ল'ব লাগিব। তেওঁৰ 'হাউ এণ্ড হোৱাই আই এডপটেড্ দি হিন্দু ৰিলিজিয়ন' নামৰ আত্মজীৱনীমূলক কিতাপখন বিশেষ ভাৱে আকৰ্ষণীয়।

ভগিনী নিবেদিতাই ভাৰতৰ গাইগুটীয়া শিল্পীসকলৰ কৰ্ম আৰু ভাৰতীয় শিল্পৰ ওপৰত বিভিন্ন ৰচনা আৰু প্ৰৱন্ধ লেখি আমাক মনোৰম ভাবে উপহাৰ দি গৈছে। য়ুৰোপীয় বিশিষ্ট সৃষ্টিশীল কৰ্মৰাজিৰ, বিশেষকৈ নৱজাগৰণৰ কৰ্মৰাজিৰ ওপৰত লেখা তেওঁৰ ৰচনাবোৰ সেইবোৰৰ উপলব্ধিৰ বাবে ডাঙৰ সহায়ক। ভাৰতৰ প্ৰাচীন আৰু বৰ্ণাঢ্য গল্প ভাণ্ডাৰৰ পৰা কাহিনী সংগ্ৰহ কৰি তেওঁ 'ক্ৰেড্‌ল্ টেলছ্ অব্ হিন্দুইজম্' নামৰ যিখন কিতাপ লেখিছিল সি হিন্দু জীৱনৰ পটভূমি পৰিস্ফুট কৰি তুলিছে। 'ৰিলিজন্

এণ্ড্ ধৰ্ম' নামৰ কিতাপখনত হিন্দু ধৰ্মৰ নানা প্ৰভাৱ আৰু প্ৰকাশক লৈ ৰচনাৰাজি সন্নিবিষ্ট কৰিছে, হিন্দু ধৰ্মক সক্ৰিয় কৰি তুলি ব্যক্তিগত আৰু জাতীয় চৰিত্ৰৰ বিকাশৰ বাবে যি প্ৰচেষ্টা তাৰেই আধাৰত 'এগ্ৰেছিভ্ হিন্দুইজম্' নামৰ কিতাপখন লেখিছে।'

"ফুটফলছ্ অব্ ইণ্ডিয়ান্ হিষ্ট্ৰি' নামৰ কিতাপখন এই প্ৰখ্যাত কবিতাটোৰে আৰম্ভ হৈছেঃ

"আমি তাক শুনো, হে জননী!
তোমাৰ পদধ্বনি,
কোমল, কোমল, যুগ যুগ ধৰি
অ'ত ত'ত ধৰণীক স্পৰ্শ কৰি
আৰু তোমাৰ পদচিহ্নই ৰাখি যোৱা পদ্মবোৰ হ'ল,
ঐতিহাসিক নগৰী,
প্ৰাচীন ধৰ্মবাণী আৰু কবিতা আৰু মন্দিৰ,
মহতী প্ৰচেষ্টা আৰু ন্যায়ৰ বাবে সুদৃঢ় সংগ্ৰাম।
ক'লৈনো নিয়ে আগুৱাই, হে জননী
তোমাৰ পদচিহ্নবোৰে?
সিহঁতৰ অৰ্থবোৰ পান কৰিবলৈ' দিয়াহে আদেশ!
মানবৰ বাবে অতি উচ্চ যি চিন্তাৰ বাবে
দৃষ্টি অন্ধ হয়, কৰাহে দান সেই দৃষ্টি তুমি।
ক'লৈনো নিয়ে আগুৱাই, হে জননী
তোমাৰ পদচিহ্নবোৰে?
আগবাঢ়ি আহা, হে জননী, হে ত্ৰাণকৰ্ত্ৰী!
তোমাৰ সন্তান, তোমাৰ কেঁচুৱা আমি!
আমাৰ হিয়াত পৰে যেন পদচিহ্ন তব,
হে ভূম্যা দেবী, আমি যে তোমাৰ একান্ত নিজৰ।
ক'লৈনো নিয়ে আগুৱাই, হে জননী
তোমাৰ পদচিহ্নবোৰে?

এনেকি দৃঢ়বদ্ধ মাৰ্ক্সবাদীসকলেও নিবেদিতাই সময় আৰু স্থানে মানুহৰ চৰিত্ৰত ৰূপ দিয়াত যি প্ৰভাৱ পেলায় তাৰ বিষয়ে যি প্ৰাঞ্জল ভাবে লেখি গৈছে তাক পঢ়ি আনন্দ প্ৰকাশ কৰিব। সেইবাবেই তেওঁ আৰবৰ মহামানৱজনক সকলোবোৰ উপজাতিক একেলগে সাঙোৰ খুৱাই এটা শক্তিশালী জাতিত পৰিণত কৰা এক জাতি সংগঠক হিচাপে গণ্য কৰিছিল। যুগে যুগে সামাজিক আৰু ধৰ্মীয় আন্দোলন আৰু ইতিহাসত সি ৰাখি থৈ যোৱা চিন—ইয়াৰে অতি আকৰ্ষণীয় বৰ্ণনাই হ'ল কিতাপখনৰ বিষয়বস্তু।

'চিভিক আইডিয়েল্ এণ্ড ইণ্ডিয়ান নেচনেলিটি' নামৰ কিতাপখনত 'জাতীয়তাবাদীসকলৰ বাবে দৈনন্দিন লক্ষ্য' বোলা কথাখিনিৰে এইদৰে আৰম্ভ কৰা হৈছেঃ

"মই বিশ্বাস কৰোঁ যে ভাৰত এক, অভগ্ন, অখণ্ড। জাতীয় ঐক্য সমূহীয়া গৃহ, সমূহীয়া স্বাৰ্থ আৰু সমূহীয়া প্ৰেমৰ ওপৰত গঢ়ি উঠে।

মই বিশ্বাস কৰোঁ যে বেদ আৰু উপনিষদত, ধৰ্ম আৰু সাম্ৰাজ্যবোৰ গঠনত, পণ্ডিত সকলৰ পাণ্ডিত্যত, সাধু সন্ত সকলৰ ধ্যানত যি শক্তিয়ে ক্ৰিয়া কৰিছিল সেই শক্তি পুনৰ আমাৰ মাজত জন্মিছে আৰু ইয়াৰ নামেই হ'ল জাতীয়তাবাদ।

মই বিশ্বাস কৰোঁ যে বৰ্তমানৰ ভাৰতবৰ্ষৰ শিপা অতীতত দৃঢ়ভাবে প্ৰোথিত আৰু আমাৰ আগত এক উজ্জ্বল ভৱিষ্যৎ জিলিকিব ধৰিছে।

হে জাতীয়তাবাদ, মোৰ ওচৰলৈ তুমি আনন্দ বা বেজাৰ, সন্মান বা লাজ হৈ আহাঁ! মোক তোমাৰ আপোন কৰি লোৱা!"

তেতিয়াৰ জাতীয়তাবাদীসকলৰ বাবে ইয়াৰ যি প্ৰাসংগিকতা, আজিৰ জাতীয়তাবাদীসকলৰ বাবেও সি একেদৰেই আছে। ভগিনী নিবেদিতাই এই কথাটোতে জোৰ দিছিল যে জনগণৰ মাজত এক দৃঢ় নাগৰিকত্ববোধৰ অবিহনে জাতীয়তাবাদ জীয়াই থাকিব নোৱাৰে। এই অৱস্থাটোৰ বিষয়ে কিতাপখনত বহুলভাৱে বৰ্ণনা কৰা হৈছে।

'হিণ্টছ্ অন নেশ্যনেল্ এডুকেশ্যন ইন্ ইণ্ডিয়া' নামৰ তেওঁৰ কিতাপখন হ'ল প্ৰকৃত জাতীয় শিক্ষাৰ আৱশ্যকতাৰ এক অতি পৈণত বিধৰ আলোচনাৰ কিতাপ। ইয়াৰ ভূমিকাত প্ৰাথমিক শিক্ষা বিস্তাৰৰ বাবে শিক্ষিত যুৱক সকলক বাধ্যতামূলক ভাৱে কিছুদিনৰ বাবে কাম কৰিবলৈ আহ্বান জনোৱা হৈছে। কিতাপখনত শিক্ষাবিষয়ক কথাবোৰত নিবেদিতাই এনে ধৰণে জোৰ দিছে—(১) শিক্ষাক ভাৰতীয় জীৱনধাৰা বোধগম্য হোৱা ধৰণেৰে সংগঠিত কৰিব লাগিব; (২) শিক্ষাৰ তিনিটা বিষয় এনে ধৰণৰ হ'ব লাগে—শিক্ষা গ্ৰহণৰ বাবে মানসিক প্ৰস্তুতি, সৰ্বসাধাৰণ সামাজিক ধ্যান ধাৰণা গ্ৰহণ আৰু পূৰ্ণ মানবিক বিকাশ; (৩) বুদ্ধিৰ বিকাশ যেনে আৱশ্যকীয়, আৱেগৰ প্ৰশিক্ষণো তেনেদৰেই আৱশ্যকীয়; (৪) জাতি গঠনৰ কৰ্তব্যৰ পিনে শিক্ষা দিশ নিৰ্দেশক হ'ব লাগিব; (৫) জাতীয় ভূগোল আৰু বুৰঞ্জীৰ আধাৰত প্ৰতিষ্ঠিত জাতীয় আদৰ্শেৰে শিক্ষাক অনুপ্ৰাণিত কৰিব লাগিব। ভগিনী নিবেদিতাই বিদেশী সংস্কৃতিৰ প্ৰতি যি দুৰ্দান্ত মোহ তাৰ বিৰুদ্ধে লেখিছিল। তেওঁ যি এটা বিষয়ক লৈ কেতিয়াও লেখিবলৈ ক্লান্তি বোধ কৰা নাছিল, সেই ভাৰতীয় নাৰীৰ শিক্ষাৰ বিষয়ে এখন ৰচনাও কিতাপখনত সন্নিবিষ্ট কৰিছে। এই ৰচনাখনৰ লগত প্ৰায়ে একে সুৰৰ আন এখন ৰচনা হ'ল 'দি প্ৰজেক্ট অব দি ৰামকৃষ্ণ স্কুল ফৰ গাৰ্লছ'। 'চাজেশানছ্ ফৰ দি ইণ্ডিয়ান্ বিবেকানন্দ ছোচাইটিজ' নামৰ ৰচনাখনত তেওঁ তৰুণসকলক সামাজিক কৰ্মৰ বাবে

শিক্ষা দিয়াৰ নিয়ম আৰু উদ্দেশ্যৰ কথা লেখিছে। 'ন'টছ্ অন্ হিষ্টৰিকেল্ ৰিচাৰ্চ' হ'ল বুৰঞ্জীৰ ছাত্ৰসকলৰ প্ৰয়োজনীয় দিক্ নিৰ্দেশক। 'দি প্লেছ্ অব্ দি কিণ্ডাৰগাৰ্টেন্ ইন্ ইণ্ডিয়ান স্কুলছ্'খন হ'ল খুব কম বয়সীয়া ল'ৰাছোৱালীৰ শিক্ষাৰ বিস্তৃত আৰু মনোৰম আলোচনা। 'মেনুৱেল্ ট্ৰেইনিং এজ এ পাৰ্ট অব্ জেনেৰেল্ এডুকেশ্যন ইন্ ইণ্ডিয়া' নামৰ ৰচনা দুখন হ'ল—যি উদ্দেশ্য লৈ কিতাপখন লেখা হৈছে সেই জাতীয় শিক্ষাৰ নানা ধৰণৰ খবৰৰ সংগ্ৰহ।

'গ্লিম্পছেজ্ অব্ ফেমিন্ এণ্ড ফ্লাড্ ইন ইষ্ট বেংগল ইন ১৯০৬' নামৰ কিতাপখন এই সুন্দৰ বাক্যবোৰেৰে আৰম্ভ হৈছে— ঃ

"পূব বঙ্গৰ বিস্তৃত অৱবাহিকা অঞ্চলৰ দৰে বহল আৰু সাৰুৱা ঠাইৰ লগত তুলনা কৰিবলৈ গ'লে তেনে ধৰণৰ ঠাই ভাৰতৰ ক'তো বিচাৰি পোৱা নেযাব। গঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ দুয়ো মুখত থকা, পশ্চিমে কলিকতা আৰু পূবে চিটাগং, উত্তৰে ঢাকা আৰু মৈমনসিংহৰ সীমাৰে এই বিৰাট ত্ৰিভূজ অঞ্চলটো কাউৰীৰ উৰণৰ লগে লগে জুখি গ'লে প্ৰত্যেক ফালেই প্ৰায় দুশ মাইল হ'ব। পৃথিৱীৰ গ্ৰহটোৰ ওপৰত প্ৰকৃতিৰ উজ্জ্বলতম নীলা আৰু সেউজীয়া ৰঙেৰে যেন অঁকাহে হৈছে। সেউজীয়া ৰংটো হ'ল পাথৰ আৰু হাবিৰ বাবে, তালগছ আৰু বাগানৰ আৰু শস্যৰ বাবে; আৰু নীলা—নীলা, নীলা—আন চাৰিও দিশে—ওপৰৰ আকাশৰ বাবে আৰু তলৰ পানীৰ বাবে। যিসকলে হলেণ্ডক জানে, বা ভেনিচকো জানে—তেওঁলোকৰ বাবে এই অঞ্চলটো হ'ল নানা সূক্ষ্ম প্ৰকাশ আৰু সুদূৰ সৌন্দৰ্যৰ স্মৃতিৰ অৱশেষ। কাৰণ এই দেশখনো পানীৰ পৰা কাঢ়ি লোৱা, যদিও মানুহৰ হাতেৰে নহয়। ইয়ো আকাশৰ অভগ্ন চন্দ্ৰতাপৰ তলত নিষ্ক্ৰিয় আৰু আধা প্ৰত্যাশাৰে পৰি আছে। ইয়াতো বগা পাল হঠাতে দৃষ্টিৰ সমুখলৈ সুদূৰৰ ঘাঁহনিৰ পিনৰ পৰা আহি যাব পাৰে। সীমাহীন বিৰাটৰ উপস্থিতিত সীমাহীন ক্ষুদ্ৰতালৈ অহা অপ্ৰতিৰোধ্য শান্তিৰ আশীষ ইয়ো বৰষিব পাৰে।"

পূব বঙ্গত লেখিকাই যি সাহায্যৰ কামত লাগিছিল তাৰ অভিজ্ঞতাৰ বাস্তৱ বৰ্ণনাই হ'ল এই কিতাপখনৰ বিষয়বস্তু। পূব বঙ্গ বা আজিৰ বাংলাদেশে যিবোৰ সমস্যা আজিও ভুগি থাকিব লগা হৈছে তাৰ লগত লেখিকাৰ তেতিয়াৰ বহুতো চিন্তাধাৰা আৰু মতামতৰ প্ৰাসংগিক সম্পৰ্ক আছে।

'লেম্বছ্ এমং উল্‌ভছ'খন হ'ল য়ুৰোপীয় মিছনাৰীসকলে প্ৰায়ে হিন্দু সমাজৰ বিষয়ে দিয়া বিকৃত মন্তব্যৰ চোকা সমালোচনা।

ভগিনী নিবেদিতাৰ সাহিত্যিক কীৰ্তিসমূহ মোটামুটি ভাৱে ভাৰতীয় জীৱনৰ জটিল খুটিনাটিৰ গভীৰলৈ সোমাই গৈ ডাঙি ধৰা একা বিশাল পটভূমিৰ চিত্ৰ আৰু ভাৰতবৰ্ষ নামৰ দেশখনৰ সমস্যা, ঐতিহ্য, অৱস্থা, পৰিবেশ আদিয়ে লগ লাগি অস্তিত্বৰ যি সামগ্ৰিক জীৱন এটা গঢ়ি তুলিছে—এই কিতাপখনে পাঠকক সেই জীৱনত প্ৰৱেশ কৰাৰ সুবিধা দিয়ে। □□